# শংকৰী সাহিত্যৰ ভূমিকা

নাৰায়ণ দাস

দৰং মহাবিদ্যালয়, তেজপুৰ অসম




কৃষ্ণ প্ৰকাশ

গুৱাহাটী ৭৮১০১৭ ॥ তেজপুৰ ৭৮৪০০১

SANKARI SAHITYAR BHUMIKA

An Introduction to the Literary works of SANKARADEVA (1449-1568 A D) the Vaisnave saint of Assam by Narayan Das M A (Double) Lecturer, Darrang College Tezpur published by Mrs Jyotsna Das B A (Hons) for KRISHNA PRAKASH Dekapara Gauhati-17 1979 Price Rupees fifteen only

---

। প্ৰকাশক : শ্ৰীমতী জ্যোৎস্না দাস ০ কৃষ্ণ প্ৰকাশ ০ ডেকাপাৰা,
গুৱাহাটী-৭৮১০১৭ ০ শাখা-তেজপুৰ ৭৮৪ ০১ ।
০ পৰিবেশক ০ নিউবুক ষ্টল গুৱাহাটী ১ ।
। প্ৰথম প্ৰকাশ নৱেম্বৰ ১৯৭৯ ।
। বেটুপাত : শিল্পী কেম মহন্ত ।
ছপাশাল ০ কলিং আৰ্ট প্ৰেছ [illegible] গুৱাহাটি-১১ ।
। মূল্য : পোন্ধৰ টকা মাত্ৰ ।

। অর্পণ ।

পরম আরাধ্যা মাতৃদেবী

শ্রীমতী অ[illegible] দাসের

করকমলেষু ।

# । বিষয় সূচী ।

# ॥ আগকথা ॥

শ্ৰীনাৰায়ণ দাসৰ 'শংকৰী সাহিত্যৰ ভূমিকা' একপ্ৰকাৰে অভিনৱ ধৰণৰ পুথি হৈছে, যাক ইংৰাজীত bibliographical study বুলিব পাৰি। অসমীয়াত তেনে ধৰণৰ অধ্যয়ন নাই বাবে এই আখ্যাটো অসমীয়া কৰি দিবলৈকে মই টান পাইছো। অধ্যাপক দাসে শংকৰদেৱ তথা শংকৰদেৱৰ সাহিত্য-কৰ্ম কলা কৰ্মৰ বিষয়ে ইতিপূৰ্বে বিভিন্ন লেখকে কৰা আলোচনাৰ খবৰ এই পুথি খনিত একেলগ কৰিছে। শংকৰদেৱৰ সম্পৰ্কীয় bibliography গ্ৰন্থপঞ্জী তথা প্ৰবন্ধাৱলী একেলগ কৰি প্ৰস্তুত কৰিবৰ যত্ন ইতিমধ্যে কোনোৱে কৰা দেখা পোৱা নাই। শ্ৰীদাসে স্বতন্ত্ৰভাৱে তেনে তালিকা প্ৰস্তুত কৰা নাই যদিও তেওঁৰ শংকৰদেৱৰ সম্পৰ্কীয় বিভিন্ন দিশৰ বিচাৰত সংশ্লিষ্ট গ্ৰন্থ আৰু প্ৰবন্ধৰ খবৰ সন্নিৱিষ্ট কৰিছে। সেই সেই দিশত তেওঁৰ নিজৰ যি বক্তব্য বা বিচাৰ সি এই সকল পুথিখনিৰ মূল অৱলম্বন। এই বিষয়ত শংকৰদেৱৰ সাহিত্য কৰ্মৰ সৌন্দৰ্য-পিপাসু পাঠকে ভাল পাবৰ আৰু ভাবিবৰ-চিন্তিবৰ অনেকখিনি কথাই পাব। লগতে খপতে যদি সেই সেই বিবিধ বিষয়বোৰত কোনে কত কি কৈছে তাক জানিব খুজিলে পাঠকজনে তাৰ খবৰো পাই থাকিব আৰু আগ্ৰহক বুজি সেই পূৰ্বৱৰ্তী-সকলৰ লেখাবিলাক বিচাৰি উলিয়াবলৈও সুবিধা পাব। এয়া ডাঙৰ লাভ। শংকৰদেৱৰ সৌন্দৰ্যবোধ সংস্কৃত আৰু অসমীয়া ছন্দ, অলংকাৰ প্ৰয়োগ ৰস, ভাষা, সমাজ-সংস্কৃতিৰ চিত্ৰণ, প্ৰকৃতিৰ প্ৰয়োগ, দাৰ্শনিক মতবাদ আদি ভাৱবিষয়া প্ৰায় সকলো বিষয়কে শ্ৰীদাসে আলোচনাৰ মাজলৈ টানিছে আৰু মহাপুৰুষৰ গ্ৰন্থসমূহৰো স্বকীয়া স্বকীয়া বিচাৰ ভাঙি দিছে। এই কেন এখনি পুথি শংকৰদেৱৰ সাহিত্যাধ্যায়ীসকলৰ যে আদৰৰ বস্তু হ'ব সেই কথা অনুমান কৰিবলগীয়া।

পঞ্জাবী বিশ্ববিদ্যালয়
পাটিয়ালা ১৪৭০০২
২১ নৱেম্বৰ ১৯৭৯

মহেশ্বৰ নেওগ

## ॥ শুভৱৰ্ধন ॥

মধ্যযুগৰ অসমৰ নৱ-বৈষ্ণৱ ভক্তি আন্দোলনৰ প্ৰৱৰ্তক আৰু একশৰণ নামধৰ্মৰ প্ৰতিপাদক শ্ৰীমন্ত শংকৰদেৱৰ পূণ্যক্ষেত্ৰ সমগ্ৰ ভাৰত জন্ম আৰু কাৰ্যক্ষেত্ৰহে অসম। তেওঁ একেধাৰে শিৰোমণি ভূঞা নাগৰিক শিল্পী সন্ত ভক্ত কবি গীত সংগীতকাৰ সংগীতজ্ঞ চিত্ৰকৰ নাট্যকাৰ মঞ্চ ব্যৱস্থাপক অভিনেতা সমাজ-সংস্কাৰক কথাবাচক ধৰ্ম-উপদেশক ধৰ্ম প্ৰৱৰ্তক, ধৰ্মগুৰু আৰু বিশেষকৈ পীড়িত মানৱৰ উদ্ধাৰকৰ্তা আছিল। তেওঁৰ ব্যক্তিত্ব আছিল বহুমুখী। অসমীয়া জাতি অসমীয়া সাহিত্য আৰু অসমীয়া সংস্কৃতিৰ যিকোনো দিশৰ আলোচনাই অসম্পূৰ্ণ হৈ ৰ'ব — যদিহে শ্ৰীমন্ত শংকৰদেৱৰ উল্লেখ কৰা নহয়।

আধুনিক যুগৰ ভৌতিক জীৱনৰ পৰিৱৰ্তিত দৃষ্টিকোণৰ পৰিপ্ৰেক্ষিতত শ্ৰীমন্ত শংকৰদেৱৰ ব্যক্তিত্বৰ নতুন বিশ্লেষণ আৱশ্যক হৈছে। সেইহে তেওঁৰ ব্যক্তিত্ব আৰু কৃতিত্ব সাহিত্যিক আৰু সাংস্কৃতিক অৱদান আদিৰ বিষয়ে হোৱা নৱীন আৰু উপযুক্ত সকলো বিবেচনা বিশ্লেষণ সাদৰে গ্ৰহণ কৰা সমীচীন হ'ব।

এই দিশৰপৰা শ্ৰীনাৰায়ণ দাসৰ 'শংকৰী সাহিত্যৰ ভূমিকা' এক প্ৰশংসনীয় পদক্ষেপ। গ্ৰন্থখনিত লেখকৰ সোতৰটা নিবন্ধ সংকলিত হৈছে। শেষৰ দুটাত লেখাৰে শংকৰদেৱৰ ৰচনাৰাজিৰ সংক্ষিপ্ত পৰিচয় স্বকীয়া স্বকীয়াকৈ দাঙি ধৰিছে। বিভিন্ন শীৰ্ষকৰ প্ৰথম পোন্ধৰটা নিবন্ধত সমগ্ৰ ৰচনাৱলীৰ অন্তৰ্নিহিত (intrinsic) আলোচনা একে থুপতে কৰিছে। নিবন্ধ সোতৰটা সম্পূৰ্ণ স্বতন্ত্ৰ হৈছে যদিও তাৰ মাজত পাৰস্পৰিক এক সম্বন্ধ আৰু পৰিপূৰক কথা পৰিস্ফুট। গতিকে গ্ৰন্থখনিত শংকৰদেৱৰ ৰচনাৱলীৰ ওপৰত বিভিন্ন দৃষ্টিকোণৰপৰা দৃষ্টিপাত কৰাত লেখক সফল হৈছে। বিষয় বিশ্লেষণ মনোগ্ৰাহীকৈ অতি সংক্ষেপে আলোচনা কৰিছে। এই সংক্ষিপ্ত গ্ৰন্থখনিৰ নামকৰণৰ পৰাই স্পষ্ট হৈ পৰে—'শংকৰী সাহিত্যৰ ভূমিকা' হে বাহুল্য বিবেচন বিশ্লেষণ নহয়। গ্ৰন্থখনি অধ্যয়নৰ মহত্বপূৰ্ণ আৰু উপযোগী হৈছে। আশাকৰোঁ পাঠকবৃন্দই গ্ৰন্থখনিক আদৰি ল'ব।

হিন্দী বিভাগ,
গুৱাহাটী বিশ্ববিদ্যালয়,
১৮ নবেম্বৰ '৭১

কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধ'

## । লেখকৰ কথা ।

অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ কৰ্ণধাৰ মহাপুৰুষ শংকৰদেৱৰ (খৃঃ ১৪৪৯-১৫৬৮) জীৱনবৃত্ত বহুমুখী কৰ্মসাধনা আৰু বাৰে বৰণীয়া সাহিত্য সম্ভাৰৰ আলোচনাৰ অভাৱ নাই। কথা আৰু ছন্দত চাৰ্চিত মধ্যযুগীয় চৰিত পুথি সমূহত মহাপুৰুষৰ কৰ্মময় জীৱনৰ ভালেখিনি কথা উদঘাটিত হৈছে। দুই-এখনত তেওঁৰ নিৰ্বাচিত গ্ৰন্থমালাৰ ৰচনা-কাল বিষয় বস্তু আৰু দাৰ্শনিক তত্ত্বৰো আভাস পাওঁ। আধুনিক কালত ৰসৰাজ বেজবৰুৱা ডাঙৰীয়াই [illegible] শংকৰদেৱৰ সাহিত্য-কৰ্মৰ [illegible] বাট মুকলি কৰে। তেওঁৰ পাচত ডঃ বাণীকান্ত কাকতি, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ভুবনেশ্বৰ নেওগ কালি ৰাম মেধি, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা মনোৰঞ্জন শাস্ত্ৰী বাপচন্দ্ৰ মহন্ত ডঃ কৃষ্ণ নাৰায়ণ প্ৰসাদ 'মাগধ' আদিয়ে মহা-পুৰুষৰ গ্ৰন্থমালাৰ তাত্ত্বিক আৰু সৌন্দৰ্যময় আলোচনাত আগভাগ লয়। তেওঁৰ ৰচনাৱলীৰ আলোচনা বিলোচনা অকল অসমীয়াতে আবদ্ধ নাথাকি ইংৰাজী আৰু হিন্দীভাষাৰ মাধ্যমলৈকেও সম্প্ৰসাৰিত হোৱাটো সুখৰ সংবাদ।

ইমানখিনি আলোচনা থকা সত্ত্বেও 'শংকৰী সাহিত্যৰ ভূমিকা' প্ৰণয়নত প্ৰবৃত্ত হ'লো এই কাৰণেই যে বৰ্তমানলৈকে শংকৰদেৱৰ ৰচনাৰাজিৰ পূৰ্ণাংগ একত্ৰিত অধ্যয়ন অসমীয়া ভাষাত প্ৰকাশ নহয়। বেজবৰুৱা ডাঙৰীয়াৰ 'শ্ৰীশ্ৰী শংকৰদেৱ' এতিয়া ছপাৰ বাহিৰত, অসমীয়া সাহিত্যৰ বুৰঞ্জীকেইখনত মহাপুৰুষৰ সাহিত্যিক অৱদানৰ যি বিচাৰ বিশ্লেষণ আছে, সি তেনেই চমু। অথচ মূল গ্ৰন্থাৱলী অধ্যয়নৰ দ্বাৰা আনন্দ উপভোগ কৰাটোও সকলোৰে পক্ষে অসম্ভৱ। এনে ক্ষেত্ৰত [illegible] গুৰুজনাৰ বিশাল ৰচনাকৰ্মৰ এটি আভাস দিব পাৰি সেই উদ্দেশ্যে বৰ্তমানৰ পুথি খনি ৰচনা কৰা হৈছে। ইয়াত অৱশ্যে নতুন [illegible] তকৈ পূৰ্বসূৰী সকলে যি যি বাট দেখুৱাই গৈছে সেইবোৰ নিজৰ শক্তি অনুযায়ী বিচাৰ কৰিছোঁ। মহাপুৰুষৰ ভাষাত কহিলে [illegible] শাৰদেৱে কথা কোনে কহিবে কতপে যেন পঙ্গু উঠয় পৰ্বত অনুৰূপে। (প্ৰথমস্কন্ধ পদ ১৯)

শংকৰদেৱৰ [illegible] ৰচনা কৰ্ম বুজাবলৈ 'শংকৰী সাহিত্য'ৰ প্ৰয়োগ কৰা হৈছে। সংস্কৃতত 'শংকৰী' শব্দই যি ব্যাপকতা সূচায় তাতকৈ বৰ্তমানৰ [illegible] ভালেখিনি ঠেক অৰ্থতেই এই [illegible]। পুথিখনিৰ উদ্ধৃতি [illegible] হৰিনাৰায়ণ দত্তবৰুৱাৰ দ্বাৰা সম্পাদিত শ্ৰীশংকৰ বাক্যামৃত ৰত্ন ভাণ্ডাৰৰ (১৯৭৩) পৰা লোৱা।

পঞ্জাবী বিশ্ববিদ্যালয়ৰ সন্ত শ্ৰীমন্তশংকৰদেৱ আসনৰ অধিকৰ্তা, শিক্ষাগুৰু ড° মহেশ্বৰ নেওগছাৰে তেখেতৰ বিভিন্ন ব্যস্ততাৰ মাজতো এটি মূল্যবান "আগকথা" লিখি দি আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ হিন্দী-বিভাগৰ অধ্যাপক ড° কৃষ্ণনাৰায়ণ প্ৰসাদ মাগধ দেৱে এটি শুভ কথন আগবঢ়াই শংকৰী সাহিত্যৰ ভূমিকাৰ সৌন্দৰ্য আৰু গাম্ভীৰ্য বঢ়াইছে। দুয়োজনা নমস্য পণ্ডিতলৈ আন্তৰিক কৃতজ্ঞতা জাপন কৰিছোঁ। এই সৰু পুথিখনি ৰচনাকৰোঁতে যি সকল ব্যক্তিয়ে নানা দিহা পৰামৰ্শৰে লেখকক কৃতজ্ঞতা পাশত আবদ্ধ কৰাইছে সেই সকলৰ ভিতৰত মঙ্গলদৈ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপাধ্যক্ষ শ্ৰীধৰ্মদাস চৌধুৰী, দৰং মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীসতীশ চন্দ্ৰ ভট্টাচাৰ্য, তেজপুৰ মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ গোস্বামী, ডিব্ৰুগড় এইচ, এচ, কানৈ মহাবিদ্যালয়ৰ অধ্যাপক শ্ৰীপ্ৰফুল্ল ভট্টাচাৰ্য আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ হিন্দীবিভাগৰ ছাত্ৰ শ্ৰীকিৰণ কুমাৰ কাকতি অন্যতম। পুথিখনিৰ প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰি "কৃষ্ণ প্ৰকাশ"ৰ শ্ৰীমতী জ্যোৎস্না দাস আৰু ছপাশালৰ যাৱতীয় কৰ্ম সম্পাদনেৰে মালিগাঁৱৰ কলিতা আৰ্ট প্ৰেছৰ শ্ৰীভোগেশ্বৰ কলিতা আৰু কৰ্মীবৃন্দ আমাৰ শলাগৰ ভাগী হৈছে।

মেচিন প্ৰেছ নিজে চাব নোৱাৰাত পুথিখনিত বহুতো ভুল থাকি গ'ল। তাৰ বাবে পাঠকসকলৰ ওচৰত ক্ষমা বিচাৰিছোঁ। চকুতপৰা কেইটামান ভুলৰহে এখনি শুধৰণি তালিকা দিয়া হ'ল। শংকৰী সাহিত্যৰ অনুৰাগী সকলে পুথিখনি মৰমৰ চকুৰে চাই ইয়াৰ ত্ৰুটিখিনি আঙুলিয়াই দিলে আগলৈ ইয়াৰ পৰিমাৰ্জিত আৰু পৰিবৰ্ধিত তাংৰণ এটি উলিয়াবলৈ সাহস পাম।

দৰং মহাবিদ্যালয় তেজপুৰ
২৫ নবেম্বৰ, '৭৭

নাৰায়ণ দাস

অৱশ্যে ভটি বয়সৰ দুই এখনি লেখাৰ স্থান বিশেষত 'কায়স্থ' শব্দৰ উল্লেখ নথকা নহয়। তদুপৰি তেওঁৰ দুখনি প্ৰৌঢ়-লেখ 'কুৰুক্ষেত্ৰ' আৰু 'দ্বাদশ স্কন্ধ' ভাগৱতৰ অনুবাদত এবিৰ নামৰ অনুল্লেখ তাৎপৰ্যপূৰ্ণ। তথাপি গুৰু চৰিত কিংবা কথা গুৰু চৰিতৰ বাহ্য প্ৰমাণ আৰু কবিৰ দ্বাৰা ব্যৱহৃত ভাষা, বিষয় বস্তুৰ বিকাশ অনুবাদ আৰু মৌলিক গ্ৰন্থত আধৰ গ্ৰন্থৰ উল্লেখন ব্যক্তিগত জীৱনৰ দুই এটি ঘটনাৰ ধ্বনি প্ৰতিধ্বনি আৰু ইতিহাস খ্যাত ৰামৰায়, চিলাৰায় প্ৰভৃতিৰ উল্লেখ আদি অন্তৰঙ্গ প্ৰমাণৰ ভেটিত ড মহেশ্বৰ নেওগে শংকৰী সাহিত্যৰ যি বিজ্ঞানসম্মত পৰিক্ৰমা নিৰূপণৰ প্ৰযত্ন কৰিছে, তাক সৰহ সংখ্যক পণ্ডিতেই গ্ৰহণ কৰা দেখা যায়। ড নেওগৰ কালানুপাতিক বিভাজনৰ উদ্ধৃতি দিয়া হ'ল। (৩) —

(১) আদি বা বাৰভূঞা ৰাজ্যত কটোৱা কাল—তাৰুণ্যৰ চপলতা আৰু সমৃদ্ধি ভৰা কাল (১৪৮৮ শকলৈ) বস্তু —

(ক) ভাগৱতৰ বাহিৰৰ কাহিনী

১। হৰিশ্চন্দ্ৰ উপাখ্যান

২ ভক্তি প্ৰদীপ

৩। কীৰ্তন ঘোষাৰ উৰেষা বৰ্ণন

(খ) ভাগৱতৰ বাহিৰৰ কাহিনীৰ লগত সম্মিশ্ৰিত ভাগৱতৰ কাহিনী কিন্তু শ্ৰীধৰী টীকাৰ প্ৰভাৱৰ পৰা মুক্ত—

৪। ৰুক্মিণী হৰণ কাব্য

(গ) গীত

৫। প্ৰথম বৰগীত মন মেৰি ৰাম চৰণহি লাগু,

(ঘ) দশম স্কন্ধৰ বাহিৰৰ ভাগৱতৰ কথাৰ প্ৰথম পূল—

৬। ষষ্ঠ স্কন্ধ বা অজামিল উপাখ্যান,

৭। অষ্টম স্কন্ধ বা গজেন্দ্ৰোপাখ্যান আৰু অমৃত মথন (কীৰ্তন ঘোষাৰ 'হৰ মোহন' সৈতে)

(৩) মহেশ্বৰ নেওগ—শ্ৰীশ্ৰীশংকৰদেৱ (৪ৰ্থ সং ১৯৬৮) পিঠি ১৫৪ ৬৫

৩। কীৰ্তন ঘোষাৰ অজামিল-উপাখ্যান, প্ৰহ্লাদ-চৰিত্ৰ, হৰ মোহন, বলি ছলন, গজেন্দ্ৰোপাখ্যান, চতুৰ্বিংশতি অৱতাৰ বৰ্ণন, ধ্যান বৰ্ণন

(চ)৮। গুণমালা দ্বিতীয়-ষষ্ঠ অধ্যায় [?]

(১) মধ্য বা অসম ৰাজ্যত কটোৱা কাল—অশান্তি, বিৰোধ, আত্মসমালোচনা আৰু শেহান্তৰত অগ্ৰসৰৰ কাল [১৪৩৮ শকৰ পৰা ১৪৬৫ শকলৈ]

(ক) ভক্তি বিৰোধী দমন যুক্তি

৩। কীৰ্তন ঘোষাৰ পাষণ্ড-মৰ্দন, নাম অপৰাধ

৯। পত্নী প্ৰসাদ নাট

(খ) ভাগৱতৰ দশম স্কন্ধৰ পূৰ্বাৰ্ধৰ কৃষ্ণৰ শিশু জীৱনৰ বৰ্ণনা কীৰ্তন ঘোষাৰ শিশু লীলা, ৰাস ক্ৰীড়া, কংস বধ, গোপী উদ্ধৱ সংবাদ, কুঁজীৰ বাঞ্ছা-পূৰণ, অক্ৰূৰৰ বাঞ্ছা পূৰণ।

(৩) শেষ বা কোচ ৰাজ্যত কটোৱা কাল—আপেক্ষাকৃত শান্তি, ভক্তি আন্দোলনৰ সম্পূৰ্ণতা লাভ আৰু শংকৰদেৱৰ পূৰ্ণতম মনোবিকাশৰ কাল [১৪৬৫ শক মানৰ পৰা ১৪৯০ শকলৈকে]

(ক) দশম স্কন্ধৰ বাহিৰত ভাগৱত কথাৰ দ্বিতীয় খণ্ড

১০। বলি ছলন

১১। অনাদি পাতন

(খ) ভাগৱতৰ দশম স্কন্ধৰ উত্তৰাৰ্ধ আৰু একাদশ-দ্বাদশ স্কন্ধৰ কাহিনীৰ কীৰ্তন—

৩ কীৰ্তন ঘোষাৰ জৰাসন্ধ যুদ্ধ, কালযৱন বধ, মুচুকুন্দ স্তুতি, স্যমন্ত হৰণ, নাৰদৰ কৃষ্ণদৰ্শন, বিপ্ৰ পুত্ৰ আনয়ন, দামোদৰ বিপ্ৰৰ আখ্যান, দেৱকীৰ পুত্ৰ আনয়ন বেদ স্তুতি, লীলা মালা, ৰুক্মিণীৰ প্ৰেম কলহ, ভৃগু পৰীক্ষা [দশম স্কন্ধ, শেষ দুই খণ্ড বৰ্তমান কীৰ্তন ঘোষাৰ বহিৰ্ভূত, অনন্ত কন্দলিৰ মধ্য শেষ দশম ৰচনাৰ আগতে সকলো ৰচিত হৈ কন্দলিক প্ৰভাৱান্বিত কৰিছে], শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, ভাগৱতৰ তাৎপৰ্য,

(গ) বহল ভাবে ভাগৱতৰ স্কন্ধৰ ভাঙনি আৰু কাহিনী—

১২। দশম স্কন্ধ আদি;

১৩ একাদশ স্কন্ধ

১৪ দ্বাদশ স্কন্ধ,
১৫। প্ৰথম স্কন্ধ
৬ দ্বিতীয় স্কন্ধ,
১৭। নৱম স্কন্ধ
৮। কুৰুক্ষেত্ৰ,
১৯। নিমি-নৱ সিদ্ধ সংবাদ,
৮। গুণমালা, প্ৰথম অধ্যায়,

(ঘ) ৰামকথা—
১০। ৰামায়ণ, উত্তৰাকাণ্ড

(ঙ) গীত— বৰগীত ( সংকলন ) টোটয় ভটিমা

(চ) প্ৰকৰণ গ্ৰন্থ— ২১ ভক্তি—ৰত্নাকৰ

(ছ) নাট—২২। কালিদমন, ২৩ কেলি গোপাল, ২৪ রুক্মিণী হৰণ, ২৫ পাৰিজাত হৰণ, ২৬ ৰাম বিজয়, অন্য ৰচনা ১৪৯০ শক। (৪)

ভাষা প্ৰয়োগৰ ভিত্তিত মহাপুৰুষৰ ৰচনামালাক তিনিটা শ্ৰেণীৰ অন্তৰ্ভুক্ত কৰিব পাৰি—(ক) সংস্কৃত—ভক্তি-ৰত্নাকৰ আৰু টোটয়ৰ ভাষা সংস্কৃত। (খ)—ব্ৰজাবলী বৰগীত আৰু অংকীয়া নাট সমূহত এই ভাষাৰ প্ৰয়োগ হৈছে আৰু (গ) পুৰণি অসমীয়া—কাব্য উপাখ্যান আৰু ৰামায়ণ ভাগৱতৰ অনুবাদত পুৰণি অসমীয়াৰ ব্যৱহাৰ সৰ্বজনজ্ঞাত কথা।

সাহিত্যিক ৰূপ বা ৰচনা ৰীতি অনুযায়ী আলোচক সকলে শংকৰী সাহিত্যক ছটি ভাগত ভগাইছে (৫) যেনে —(ক) অনুবাদ মূলক, (খ) কাব্য, (গ) নাট, (ঘ) গীত, (ঙ) নাম প্ৰসংগ সম্বন্ধীয় আৰু (চ) ভক্তিতত্ত্বমূলক।

---

(৪) গ্ৰন্থ কেইখনৰ পৰা উদ্ধৃত শাস্ত্ৰিক জনৰ বক্তব্যৰ ভিত্তিত চিহ্নিত অধৰ গ্ৰন্থ সমূহৰ নাম তালিকা দিয়া হ'ল।

(৫) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া সাহিত্যৰ ইতিবৃত্ত (সংস্কৰণ ১৯৭৭) পিঠি ৩০ হেমন্ত কুমাৰ শৰ্মা অসমীয়া সাহিত্যত দৃষ্টিপাত (১৯৬৫) পিঠি ১৮ ৩, যতীন্দ্ৰ নাথ গোস্বামী—অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী (তৃতীয় সং) পিঠি ৯৯ ১০৯।

ড° কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধ' শংকৰী সাহিত্যৰ অধিক প্ৰাঞ্জল আলোচনা কৰা দৃষ্টিগোচৰ হৈছে—তেওঁৰ "দ্য লিটাৰেৰী ৱৰ্কচ অৱ শংকৰদেৱ" শীৰ্ষক প্ৰবন্ধটিত (৬)। ড° মাগধৰ সেই শ্ৰেণী বিভাজনটি অলপ পৰিবৰ্তনেৰে তলত উল্লেখ কৰিলোঁ—

শংকৰী সাহিত্যৰ ৰূপ ঘাইকৈ দুটি—দৃশ্য কাব্য আৰু শ্ৰব্য কাব্য। দৃশ্যকাব্যৰ ভিতৰত পত্নী প্ৰসাদ, কেলি গোপাল, কালি দমন ৰুক্মিণী-হৰণ, পাৰিজাত-হৰণ আৰু ৰাম-বিজয় অঙ্ক খনি সোমাই পৰে। শ্ৰব্য কাব্য শাখাক আন দুটি উপশাখাত ভগাব পাৰি—প্ৰবন্ধ (বৰ্ণনাত্মক) কাব্য আৰু নিৰ্বন্ধ (মুক্তক) কাব্য। প্ৰবন্ধ কাব্যৰ আকৌ তিনিটা উপ প্ৰশাখা।

(ক) খণ্ডকাব্য—ৰুক্মিণী হৰণ আৰু হৰিশ্চন্দ্ৰ উপাখ্যান এই ভাগৰ অন্তৰ্ভুক্ত। (৭)

(খ) একাৰ্থ কাব্য (দীৰ্ঘ বৰ্ণনাত্মক)—অজামিলোপাখ্যান, অমৃত মথন আৰু বলি-ছলন এই উপশাখাৰ অন্তৰ্ভুক্ত। (৮)

(গ) সংবাদ (কথোপকথন) কাব্য—এই উপ প্ৰশাখাত প্ৰখ্যাত ভক্তি প্ৰদীপ, আনাদিপাতন, নিমি নৱ সিদ্ধ সংবাদ আৰু বৈকুণ্ঠ-প্ৰয়াণ আদিক স্থান দিব পাৰি।

প্ৰবন্ধ কাব্যৰ দৰে নিৰ্বন্ধ কাব্যৰো দুটি উপ প্ৰশাখা—(ক) মুক্তক (গীত) আৰু (খ) মুক্তক কাব্য। প্ৰথম উপ প্ৰশাখাত বৰগীত, টোটয়, ভটিমা, নাটৰ গীত সমূহ, গুণমালা (৯) আৰু দ্বিতীয় উপ-প্ৰশাখাত কীৰ্তনঘোষা আৰু ভক্তি-ৰত্নাকৰক অন্তৰ্ভুক্ত কৰা হৈছে।

---

(৬) ড° ভৱপ্ৰসাদ চলিহা সম্পাদিত "শংকৰদেৱ ষ্টাডিজ ইন কালচাৰ (১৯৭৮) শীৰ্ষক গ্ৰন্থৰ ৪-৬১ পিঠি দ্ৰষ্টব্য।

(৭) ড° মাগধে এই ভাগত উপৰিউক্ত কাব্য দুখনৰ উপৰিও উৰেষা-বৰ্ণন, কামজয়, বৈকুণ্ঠ প্ৰয়াণ আৰু উত্তৰাকাণ্ডকো সামৰিছে।

(৮) এই উপ-প্ৰশাখাত ড° মাগধে প্ৰহ্লাদ-চৰিত্ৰ, ৰাসলীলা, শ্ৰীকৃষ্ণৰ লীলা-মালা, কংসবধ আৰু শিশু-লীলাকো অন্তৰ্ভুক্ত কৰিছে।

(৯) ড° মাগধে এই উপ-প্ৰশাখাত নাম-অপৰাধ, বেদস্তুতি, ধ্যান-বৰ্ণন, হৰমোহন, গজেন্দ্ৰোপাখ্যান, কুজীৰ বাঞ্ছা-পূৰণ, বসন্ত-বৰ্ণনা, ৰাস-বৰ্ণনা, শৰৎ-বৰ্ণনা, আদিকো স্থান দিছে।

## ॥ শংকৰী সাহিত্যৰ আধাৰ গ্ৰন্থ ॥

বিভিন্ন দেৱ দেৱীৰ বিভীষিকাপূৰ্ণ পূজা অৰ্চনৰ ঠাইত বিশুদ্ধ হৰিনামৰ শ্ৰৱণ কীৰ্তন আৰু অৰ্চনাৰে জনসাধাৰণক সনাতন সত্যৰ সন্ধান দিয়াৰ মহান উদ্দেশ্য চকুৰ আগত ৰাখি মহাপুৰুষ শংকৰদেৱে যিবোৰ গ্ৰন্থ প্ৰণয়ন কৰিছিল—সেইবোৰৰ সৰহ ভাগেই মৌলিক নহয় সংস্কৃত বিভিন্ন বৈষ্ণৱী গ্ৰন্থৰ ভাবানুবাদ কিম্বা ছায়ানুবাদহে। কবিয়ে নিজেই তেওঁৰ গ্ৰন্থাৱলীৰ নানা স্থানত আধাৰ গ্ৰন্থসমূহৰ ঋণ স্বীকাৰ কৰি কুশীলক-বৃত্তিৰ পৰা নিজক চিৰদিনলৈ উন্মুক্ত ৰাখিছে।

শংকৰদেৱে ল'ৰালি কালতেই 'মাৰ্কণ্ডেয় পুৰাণৰ' [৭ ৯ অধ্যায়] পৰা 'হৰিশ্চন্দ্ৰ উপাখ্যান' (১) ৰচনা কৰি কবি-জীৱনৰ পাতনি তৰাৰ লগতে ভকতিৰো চাবি খুটি মাৰে। তেওঁৰ প্ৰধান গ্ৰন্থ ভক্তি প্ৰদীপৰ মূল সংস্কৃত 'গৰুড় পুৰাণ' (২) কবিৰ সৰ্ব্বাধিক জনপ্ৰিয় গ্ৰন্থ 'কীৰ্ত্তন'ত 'ভাগৱত পুৰাণৰ প্ৰভাৱেই সৰহ (৩) ইয়াৰ প্ৰথম অধ্যায় চতুৰ্বিংশতি-অৱতাৰ বৰ্ণনৰ বিষয় বস্তু প্ৰথম, দ্বিতীয় আৰু অষ্টম স্কন্ধৰ পৰা চয়ন কৰা। 'নাম অপৰাধ'ৰ মূল পদ্মপুৰাণৰ স্বৰ্গ খণ্ড। পাষণ্ড মৰ্দনত ভাগৱত পুৰাণ"ৰ 'ভক্তি প্ৰতিপাদক আৰু অভক্ত নিন্দক শ্লোক সমুচ্চয়ৰ ভাঙনিৰ লগতে বিষ্ণু ধৰ্মোত্তৰ আগম বৃহন্নাৰদীয় পুৰাণ, পদ্ম পুৰাণৰ উত্তৰ,

---

(১) মাৰ্কণ্ডেয় পুৰাণৰ কথাতে প্ৰবন্ধ আমাৰে ৰচিলো হৰিশ্চন্দ্ৰ উপাখ্যান ॥ পদ—২

(২) বেদ শিৰোমণি গৰুড় পুৰাণ
কৃষ্ণৰ নাম মহত্ব।
ভকতি প্ৰদীপ পুস্তকৰ কথা
এহিমানে সমাপন ॥ পদ—৩০৮

(৩) মহেশ্বৰ নেওগ— কীৰ্ত্তন ঘোষা (পঞ্চম সং—১৯৬০) ভূমিকা ২২—৩৯ পিঠি

খণ্ডৰ বৃহৎ সহস্ৰ নাম আৰু সূত সংহিতাৰ সহায় লোৱাৰ কথা কবিয়ে নিজেই স্বীকাৰ কৰিছে। (৪) কীৰ্তনৰ অন্যান্য অধ্যায় সমূহৰ ভিতৰত ধ্যান বৰ্ণন (৫) অজামিলোপাখ্যান (৬) প্ৰহ্লাদ-চৰিত্ৰ (৭) গজেন্দ্ৰোপাখ্যান (৮) হৰমোহন (৯) বলি ছলন (১০) শিশু-লীলা (১১) ৰাস ক্ৰীড়া (১২) কংস বধ (১৩) গোপী-উদ্ধৱ-সংবাদ (১৪) কুঁজীৰ বাঞ্ছা-পূৰণ (১৫) অক্ৰূৰৰ বাঞ্ছা পূৰণ (১৬) জৰাসন্ধৰ যুদ্ধ (১৭) কালযৱন বধ, (১৮) মুচুকুন্দ স্তুতি (১৯) স্যমন্তক হৰণ (২০) নাৰদৰ কৃষ্ণ দৰ্শন (২১) বিপ্ৰপুত্ৰ আনয়ন (২২) দামোদৰ-বিপ্ৰাখ্যান (২৩) দৈৱকীৰ পুত্ৰ আনয়ন (২৪) বেদ স্তুতি (২৫) কৃষ্ণ লীলা মালা (২৬) শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ (২৭) আৰু ভাগৱতৰ তাৎপৰ্যৰ (২৮) আধাৰ গ্ৰন্থ ভাগৱত পুৰাণ। 'জগন্নাথৰ কৃপামানি এইকছটা কীৰ্তন ৰচা' উৰেষা বৰ্ণনৰ বিষয় বস্তু ব্ৰহ্মপুৰাণৰ উৎকল খণ্ডৰ পৰা লোৱা (২৯)

---

(৪) * কৌশল্য স্কন্দ চাৰা বিচাৰি। পদ—৭৮
* বিষ্ণু ধৰ্মোত্তৰ আগম বোলে। পদ—৮৩
* তথাপি যদি চিত্ত নোহে ঠাৰি। পদ্ম পুৰাণক চাহ বিচাৰি॥
পু [illegible] আছে। [illegible] পাছে। পদ ৮৭
* [illegible] দেখিয়োক [illegible] চাহ॥ পদ—[illegible]
( ) [illegible] পদ। ২৮ [illegible] ৩ [illegible] ৭ [illegible] [illegible]
( ) ভা পু ৬ [illegible] ৬ [illegible]
(৭) ভা পু [illegible] ৪ [illegible] ৭ [illegible] ৭ ২ ১
(৮) ভা পু ৮ ২ ৪ অধ্যায় (৯) ভা পু ৮ ২ অধ্যায় ( ) ভা পু ৮ ২২ [illegible] ( ) ভা পু ৮ অধ্যায় ( ) ভা পু [illegible] অধ্যায় ( ) ভা পু [illegible] অধ্যায় ( ) ১ [illegible] অধ্যায় ( ) ভা পু [illegible] অধ্যায় ( ) ভা পু [illegible] অধ্যায় ( ) দশম উদ্ধৱ ( ) ভা পু [illegible] অধ্যায় ( ) ভা পু [illegible] অধ্যায় ( ) ভা পু ৭ অধ্যায় ( ) ভা পু ১ ৬৯ অধ্যায় (২১) ভা পু ৮৯ অধ্যায় (২৩) [illegible] অধ্যায় (২৪) ভা পু ১ ৮৫ অধ্যায় (২৫) ভা পু ১০ ৮৭ (২৬) ভা পু দশম স্কন্ধ (২৭) ভা পুঃ ৬ ৭ [illegible] ২২-৩ অধ্যায় (২৮) ভা পু [illegible]২-১২ অধ্যায়। (২৯) ব্ৰহ্ম-পুৰাণ ৪৩-৫ ৫৭-৬০ আৰু ৬৩ অধ্যায়।

* এৰেষাৰ কীৰ্তনক শুনিয়োক লোকাই।
শংকৰৰ ৰচিত দশম স্কন্ধক [illegible]। পদ ১১১০

কবিয়ে ডেকা কালত ৰচনা কৰা 'ৰুক্মিণী-হৰণ কাব্য'ৰ বিষয় বস্তুত হৰিবংশৰ সৈতে ভাগৱত-পুৰাণৰ সংমিশ্ৰণ হৈছে। (৩০) ভাগৱতৰ প্ৰথম, দ্বিতীয়, একাদশ আৰু দ্বাদশ স্কন্ধৰ অনুবাদত কবিৰ গ্ৰহণ বৰ্জন ৰীতি লক্ষণীয় বিষয়। উত্তৰাকাণ্ড ৰামায়ণৰ আধাৰ গ্ৰন্থ বাল্মিকী ৰামায়ণ হলেও তাৰ বিষয়ক্ৰম কবিৰ স্বকপোল কল্পিত। (৩১) 'অজামিল উপাখ্যান'ৰ ৰচনাত কবিয়ে ষষ্ঠ স্কন্ধ ভাগৱতৰ সৈতে পঞ্চমস্কন্ধ ভাগৱতৰ মিশ্ৰণ ঘটাইছে। (৩২) অনাদি পাতন আৰু নিমি-নৱসিদ্ধ সংবাদ দুয়োখনিয়ে কাৰুস্থ কবিৰ তত্ত্ব মূলক কাব্য। ইয়াৰে প্ৰথমখনিৰ বিষয় বস্তু ভাগৱতৰ তৃতীয় স্কন্ধ আৰু বামন পুৰাণ আৰু শেষৰ খনি একাদশ স্কন্ধ ভাগৱতৰ পৰা (৩৩) চয়ন কৰা। অষ্টম স্কন্ধ ভাগৱতৰ ভেঙ্গা লৈ কবিয়ে 'অমৃত মথন' (৩৪) আৰু 'বলিছলন — এই দুয়োখন কাব্যক ৰচনা কৰিলেও শেষৰ খনত বামন পুৰাণৰ প্ৰভাৱো মুক্ত কৰিব নোৱাৰি। (৩৫) 'কুৰুক্ষেত্ৰ'ত দশমস্কন্ধ ভাগৱতৰ উত্তৰাৰ্ধ (৩৬) আৰু 'গুণমালা'ত দশম একাদশ স্কন্ধ ভাগৱতৰ কথাবস্তু বিবৃত হৈছে।

প্ৰচাৰৰ মাধ্যমৰূপে শ্ৰব্য কাব্যতকৈ দৃশ্যকাব্যৰ স্থান সৰ্বদা শীৰ্ষস্থানত গুণে মহাপুৰুষ শংকৰদেৱে ছখনি অংকীয়া নাট প্ৰণয়ন কৰে। ইয়াৰে ৰাম বিজয় নাটৰ মূল ৰামায়ণৰ বাল কাণ্ড (৩৭) যদিও তাত সংস্কৃত হনুমন্তী কাব্যৰো প্ৰভাৱ নথকা নহয়। (৩৮)

---

(৩০) হৰিবংশ ২৫৯ ৮০ অধ্যায় ভাগৱত পুৰাণ ১০ ৫২ ৫৪ অধ্যায়।

• একে হৰিবংশ কথা অমৃত সাক্ষাত।
আৰো ভাগৱত কথা মিশ্ৰ দিলো তাত ॥
দুয়ো কথা পদবন্ধে কৰো মিসলাই।
যেন মধু মিশ্ৰ দুগ্ধ স্বাদ অতি পায় ॥ পদ—৫

(৩১) Chaliha B P (ed 1978) Sankaradeva pp 143

(৩২) ভা পু ৬ ১ ৩ অধ্যায় আৰু ৫ ২৬ অধ্যায় (৩৩) ভা পু ২-৫ অধ্যায় (৩৪) ৮ ৫ ১৩ অধ্যায় (৩৫) ভা পু ৮ ১৫ ২৯ অধ্যায় আৰু বামন পুৰাণ ২৩ ৩, ৭৪ ৭৭ ৮৩ ৮৪, ৮৯ ৯৫ অধ্যায় (৩৬) ভা পু ১০ ৮২ ৮৫ অধ্যায় (৩৭) ৰামায়ণ, বালকাণ্ড ১৬ ৭২ অধ্যায়, (৩৮) হনুমন্তী কাব্য ১ ২৫ ৩৫

কালি দমন (৩৯)। কেলি গোপাল (৭০) কৃষ্মিণী হৰণ (৪১)। বিপ্ৰ-পত্নী প্ৰসাদ (৪২)। আৰু পাৰিজাত হৰণ (৪৩)। নাটৰ মূল হৰিবংশ, ভাগৱত পুৰাণ আৰু বিষ্ণু পুৰাণ।

'ভক্তি ৰত্নাকৰ' কবিৰ মৌলিক গ্ৰন্থ নহয়। ই বৈষ্ণৱ দৰ্শন পুষ্ট এখনি কোষগ্ৰন্থ। ভাগৱত পুৰাণৰ উক্তিৰ সংখ্যা সৰহ হ'লেও কূৰ্ম, গৰুড় পদ্ম, বামন, বিষ্ণু আৰু ব্ৰহ্মাণ্ড পুৰাণ, বিষ্ণু ধৰ্মোত্তৰ ভাগৱত ভাৱাৰ্থ দীপিকা, ভাগৱৎগীতা, সাত্বত তন্ত্ৰ, পাণ্ডৱী গীতা প্ৰবোধ চন্দ্ৰোদয়, ভূজংগ প্ৰয়াত স্তোত্ৰ, শান্তি শতক আৰু যোগাসাৰ প্ৰভৃতি গ্ৰন্থৰ শ্লোকো সংকলিত হৈছে (৪৪)।

এনেকৈয়ে মহাপুৰুষ শংকৰদেৱে সংস্কৃত বৈষ্ণৱ গ্ৰন্থ বাকিৰ পৰা মধুকৰী বৃত্তিৰে সাহিত্য আহৰণৰ লগতে আপোন মনৰ মাধুৰী মিলাই সৃষ্টি কৰা বাৰে বৰণীয় সম্ভাৰে কালৰ অগ্নি পৰীক্ষাত উত্তীৰ্ণ হৈ আজি ৰূপদী সাহিত্যৰ শাৰী পূৰাবলৈ সমৰ্থ হৈছে।

৩৯) ভা পু ১০.১৫-১৭ অধ্যায় ৪০) বিষ্ণু পুৰাণ ৫ অধ্যায় হৰিবংশ ২০ অধ্যায় ভা পু ১০ ২৯-৩৩ অধ্যায় ৪১) ভাগৱত পুৰাণ
৪২) ভাগৱত পুৰাণ ৪৩) বিষ্ণু পুৰাণ ৫ ২৯-৩১ অধ্যায়, হৰিবংশ ৬৬-৭৭ অধ্যায় ভাঃ পুঃ ১০-৫৯ অধ্যায়
৪৪) Neog M-Sankardeva and His Times (1965) PP 208-212

# শংকৰী সাহিত্যৰ সমীক্ষিত পাঠ

"জালি কটা যি কেডালি আছে পুষ্প হাৰ, সেয়েহে নাথান ভাষা কৰিছে পোহৰ।" (ৰঘুনাথ চৌধাৰী) পুষ্পহাৰ স্বৰূপ শংকৰ গুৰুৰ প্ৰতিখন গ্ৰন্থই সমূহ অসমীয়াৰ শ্ৰদ্ধাৰ বস্তু—হৃদয়ৰ ধন। সত্ৰ—নামঘৰৰ থাপনাত ভক্তি সহকাৰে সংস্থাপিত কীৰ্ত্তন—দশম সেৱাৰ থলী, ব্যক্তিগত গোসাইঘৰত সংৰক্ষিত শংকৰ মাধৱৰ সাঁচিপাত-তুলাপতীয়া পুথিত যিকোনোৱে হাত দিব নোৱাৰে—হস্তান্তৰ কৰাৰ কথা বাদেই। ছপাশাল ওলোৱাৰ পূৰ্ব হস্তলিখিত পুথিৰ মূল্য আছিল সৰ্বাধিক। সীমাহীন কষ্টেৰে কষ্ট স্বীকাৰ কৰি নকল কৰা পুথি একোখনি পুত্ৰৱৎ আদৰ সাদৰকৈ ৰাখিবলৈ লিপিকাৰে সৰ্বদা কাকুতি জনাইছিল আৰু তেনেমূল্যবান গ্ৰন্থমালা যাতে চোৰ, বৰষুণ বানপানী আৰু ইন্দুৰ-নিগনিৰ উপদ্ৰৱৰ পৰা ৰক্ষা পৰে তালৈ সকলোৱে চোকা নজৰ ৰাখিছিল (১)।

শংকৰদেৱৰ প্ৰত্যেকখন গ্ৰন্থই সাক্ষৰ নিৰক্ষৰ নিৰ্বিশেষে সৰ্বাধিক জনপ্ৰিয় গুনে সিবোৰৰ নকল নকলৰ নকল নাইবা নকলৰ নকলৰ নকল হৈছে ভালেখিনি। পুৰণি অসমত পুৰণি পুথিৰ নকলকাৰকৰ শ্ৰেণী দুটা—লেখক আৰু খনিকৰ। খনিকৰ সকল শিক্ষিত নহলেও পুৰণি পুথি চাই চাই তাৰ হুবহু প্ৰতিলিপি প্ৰস্তুত কৰিব পাৰিছিল। লেখক সকল শিক্ষিত। তেওঁলোকে "যথা দৃষ্টং তথা লিখিতং লেখকে নাস্তি দূষণং। ভীমস্যাপি ৰনেভঙ্গ। মুনীনাঞ্চ মতিভ্ৰম ॥ 'শ্ৰীগুৰু চৰণত সেৱা' আদিকৈ প্ৰতিলিপিৰ শেষত লিখি দিলেও বহুসময়ত তেওঁলোকে বিকৃত পাঠ মস্থণ কৰে, পঢ়িব নোৱাৰা শব্দাংশ চিনাকি শব্দাংশৰে পূৰায়। লিপিকৰৰ

---

(১) (ক) ভগ্ন পৃষ্ঠ কটি গ্ৰীৱ স্তব্ধ দৃষ্টি ধৃত ব্ৰত। যত্নেন লিখিতং পুস্তিং পুত্ৰবৎ প্ৰতিপালয়েৎ।

(খ) চৌৰাৎ ৰক্ষ জলাৎ ৰক্ষ ৰক্ষ সাং শ্লথ বন্ধনাৎ। আমুভ্য় নব হস্তেভ্য এবং বদতি পুস্তিকা।

অসাৱধানতাবসত আখৰ পৰিযোৱা, এক আখৰ বা শব্দাংশ দুবাৰ লিখা, আখৰৰ স্থানচ্যুতি ঘটোৱা প্ৰভৃতি বোৰটো (১) আছেই। এনেকৈ সাত পাচ মিলি এখনি হস্তলিখিত পুথিৰ প্ৰতিলিপিৰ সংখ্যা যিমানে বৃদ্ধি পায়, সিমানে সিবোৰত পাঠান্তৰৰ পৰিসি বাঢি যায়। শংকৰী সাহিত্যৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য। শংকৰদেৱৰ নিজহাতে লিখা (Autograph copy) নাইবা নিজ আগত থাকি প্ৰতিলিপি কৰোৱা পুথিৰ (Protected text) কথা সুকীয়া—পাচ তেনে পুথি আজি আমি ক'ত পাম? পুথিৰ মৰ্য্যদা বঢাবলৈ প্ৰায়েৰ সত্ৰত সংৰক্ষিত শংকৰৰ পুথি-বোৰক গুৰুজনাৰ স্বহস্তলিপি বুলি নিৰ্দেশ কৰে যদিও সিবোৰৰ অধিকাংশতে ভুল নথকা নহয়। সংস্কৃত আৰু দেশীয় ভাষাত সুপণ্ডিত শংকৰদেৱৰ ইমান ভুলকৈ নিজৰ পুথিৰ প্ৰতিলিপি কৰাটো কল্পনা কৰিব নোৱাৰা কথা।

শংকৰী সাহিত্যৰ পাঠ বিকৃতিৰ জেৰাৰ উঠে- মুদ্ৰনালয়ত ছাপি সিবোৰ সুলভ মূল্যত জনসাধৰণৰ মাজত বিতৰন কৰাৰ লগে লগে। সাঁচিপাত তুলাপাতৰ বুকুত সংৰক্ষিত মহাপুৰুষৰ অসামান্য সাহিত্য প্ৰতিভাক ছপাই জনসাধৰণৰ হাতত তুলিদিয়াৰ অদম্য উৎসাহ বুকুত বান্ধি তেজপুৰৰ হৰিবিলাস আগৰৱালাই ১৮৭৯ চনত কলিকতাৰ পৰা "কীৰ্তন ঘোষা' খনি ছপাই উলিয়ায়। তাৰ পাচত অনুক্ৰমে তেওঁ গুণমালা (১৮৮১) ভটিমা (১৮৮২), ভাগৱতৰ প্ৰথম, দ্বিতীয় তৃতীয় স্কন্ধ, দশমৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় খণ্ডৰ উপৰি সীতা স্বয়ংবৰ অংকখনিও ছপাই উলিয়াই তৎকালীন অসমীয়া সমাজত এটি মৃদু আলোড়নৰ সৃষ্টি কৰে। আগৰৱালৰ আদৰ্শৰ অনুকৰণত পৰৱৰ্তীকালত ডিব্ৰুগড়ৰ এজেন্সি কোম্পানী, যোৰহাটৰ বৰুৱা কোম্পানি এণ্ড কোম্পানি আৰু নলবাৰী-গুৱাহাটীৰ দত্তবৰুৱা এণ্ড কোম্পানীয়ে শংকৰদেৱৰ বিভিন্ন গ্ৰন্থৰ ছপা তাঙৰণ উলিয়ায়।

শংকৰদেৱৰ বিৰচিত সমস্ত সাহিত্য কৰ্ম একত্ৰিত কৰি "শংকৰ বাক্যামৃত" (১৯৫০) নামেৰে ছপাই উলিয়াই গৌৰৱৰ ভাগী হয়—সাহিত্য ৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা ডাঙৰীয়া।

(১) নাৰায়ণ দাস—পাঠ সমীক্ষাৰ ভূমিকা (১৯৭৮) পিঠি—১১—১২

শংকৰী সাহিত্য প্ৰকাশ কৰা ব্যক্তি সকলৰ উদ্দেশ্য যাইকৈ দুটা প্ৰথম, সত্ৰ, নামঘৰ নাইবা ব্যক্তি বিশেষৰ ধোঁৱা চাঙত ফেকুৰি থকা মহাপুৰুষৰ অসামান্য প্ৰতিভাক জন-মানসৰ লগত সংযোগ ঘটোৱা আৰু দ্বিতীয়, জনপ্ৰিয় শংকৰী গ্ৰন্থ প্ৰকাশনেৰে দুপইচা উপাৰ্জন কৰা। সকলো প্ৰকাশকৰ ক্ষেত্ৰত দ্বিতীয় উদ্দেশ্যটো অৱশ্যে প্ৰযোজ্য নহয়। প্ৰকাশক সকল শিক্ষিত হ'লেও পণ্ডিত বুলিব নোৱাৰি। কীৰ্তন দশমাদিৰ ভিন্ন কালীন আটাইবোৰ সাঁচিপাত তুলাপতীয়া হস্তলিখিত পুথি সংগ্ৰহ কৰি সিবোৰৰ পৰা পাঠ সমীক্ষা সামগ্ৰীৰ সহায়ত বিশুদ্ধ পাঠ বাচনি কৰি ছপা কৰাটো প্ৰকাশক সকলৰ উদ্দেশ্যৰ বাহিৰত। অধিকাংশ প্ৰকাশকে ব্যক্তি বিশেষক নাম মাত্ৰ মাননী দি হস্তলিখিত পুথিৰ পৰা যি প্ৰেছ কপি প্ৰস্তুত কৰে তাত নানা ভুলৰ সমাধি হয়। প্ৰকাশক সকলে ভুলে ভৰা সেই পাঠকে ছপাই উলিয়াই পাঠক সমাজৰ অকুণ্ঠ সমাদৰ লাভ কৰিলেও তাৰ দ্বাৰা শংকৰদেৱৰ সাহিত্যিক প্ৰতিভাৰ প্ৰকৃত মূল্যায়ন অসম্ভৱ। আজি কালিৰ অধিকাংশ পুৰণি পুথিৰ সম্পাদকেই পাঠ নিৰ্ধাৰণৰ ক্ষেত্ৰত হেমচন্দ্ৰ বৰুৱাই নিৰ্দেশ কৰা ৰীতি মানি চলা দেখা যায়। পাচে সুদূৰ পঞ্চদশ শতৰ শংকৰী বাক্য-ৰীতি কুৰি শতিকাৰ অসমীয়া বাক্য ৰীতি কিংবা শব্দৰ চেহেৰাৰে একে হ'ব নোৱাৰে। অথচ কাৰ্য ক্ষেত্ৰত জোৰ কৰি শংকৰী সাহিত্যৰ পাঠ সংস্কাৰ কৰাত গুৰুজনৰ সাহিত্য কৰ্মৰ আলোচনা বিলোচনাই ভুল পথেৰে চালিত হৈছে। দৃষ্টান্ত স্বৰূপে, শংকৰদেৱৰ জনপ্ৰিয় গ্ৰন্থ 'কীৰ্তন ঘোষা'ৰ অসন্ত জগতধন তোমাত উন্তৰ ভৈল, সন্ত হেন প্ৰকাশে সদায় (৩) শাৰীটোৰ 'অসন্ত' শব্দটোৰ প্ৰকৃত অৰ্থ সুবুজি নোপোৱা জনো সম্পাদক 'অনন্ত জগতধন তোমাত উন্তৰ ভৈল" আদি পাঠ গ্ৰহণ কৰি কবি কল্পিত ভাবৰ বিকৃতি সাধিছে। (৪) সাধাৰণ সম্পাদকৰ কথা বাদেই নিৰিবিলি কুমাৰ বৰুৱাৰ দৰে বিজ্ঞ জনেও ১৯৪০ চনত 'অংকীয়া নাট'ৰ সম্পাদন কৰি উলিয়াওঁতে অব কৃপা কুকৰ ঠাইত 'অবহু পাকক' পাঠ লৈ গোটেই শাৰীটোকে অৰ্থ শূন্য কৰাটো উল্লেখনীয় কথা। (৫) এনে উদাহৰণ আৰু আছে।

(৩) বেদস্তুতি পদ—২১ (৪) অসম সূৰ্য্য (১৯৭৩) কীৰ্তন ঘোষাৰ এটি শাৰী পিষ্ঠি—১ (৫) মহেশ্বৰ নেওগ—সভাপতিৰ অভিভাষণ পিষ্ঠি—৪১

শংকৰদেৱৰ প্ৰকৃত সাহিত্যিক প্ৰতিভা মূল্যাংকনৰ কাৰণে গুৰুজনাৰ সাহিত্য কৰ্মৰ প্ৰকৃত পাঠৰ প্ৰয়োজন। প্ৰকৃত পাঠৰ বাবে ছপা পুথিতকৈ হস্তলিখিত সাঁচিপাত তুলাপতীয়া পুথিক অগ্ৰাধিকাৰ দিব লাগিব। বিজ্ঞান সম্মত ভাৱে সম্পাদনা কৰিব খোজা মহাপুৰুষৰ গ্ৰন্থ বিশেষৰ যথা সম্ভৱ আটাইবোৰ প্ৰতিলিপি সংগ্ৰহ কৰি সিবোৰৰ পাঠৰ সমুচ্চয় সাধনেৰে আদি পাঠ (Ur-Text) উদ্ধাৰৰ দীৰ্ঘ ম্যাদী প্ৰযত্নত ব্ৰতী হোৱা উচিত। গুৰুজনাৰ অধিকাংশ পুথিয়ে যিহেতু সংস্কৃত বৈষ্ণৱী গ্ৰন্থৰ আধাৰত বিকশিত, সেই হেতু শংকৰী সাহিত্যৰ পাঠ গ্ৰহণত সংস্কৃত আধাৰ গ্ৰন্থ মালা উপ সাক্ষ্য ৰূপ (টেষ্টিমনিয়া) ল'ব পাৰি। দৃষ্টান্ত স্বৰূপ, 'প্ৰহ্লাদ চৰিত্ৰ'ৰ ২১৮ সংখ্যক পদৰ এটা শাৰীত যেতিয়া 'বৈতালিক গণে বোলে শুনিয়ো গোসাই' আৰু 'বৈমানিক গণে বোলে শুনিয়ো গোসাই—এই দুটি পাঠন্তৰ পাওঁ, তেতিয়া আমি সংস্কৃত ভাগৱত পুৰাণৰ 'শ্ৰী'বতালিক উচু' পাঠৰ অবলম্বনত উপৰ্যুক্ত প্ৰথম পাঠটি অধিক নিৰ্ভৰ যোগ্য ৰূপ গ্ৰহণ কৰিব পাৰোঁ। একেদৰে 'গজেন্দ্ৰোপাখ্যান'ৰ 'দেখি সুশোভন তৰু যত উপবনে' আৰু 'দেখি সুশোভন বৰুণৰ 'উপবনে' এই পাঠ দুটি পাওঁ তেতিয়া মূল ভাগৱত পুৰাণ 'বৰুনস্য মহাত্মন উদ্যান মতু মন্নাম' (৮।২।৯) পংক্তিক উপসাক্ষ্য ৰূপে লৈ দ্বিতীয় পাঠটি সহজে গ্ৰহণ কৰিব পাৰি।

সংস্কৃত সহিত্যৰ পাঠ-পুনৰ্মূল্যায়নত ছন্দ আৰু ব্যাকৰণৰ গুৰুত্ব অপৰিসীম। মাত্ৰাবৃত্ত ছন্দত চৰ্চিত নোহোৱাগুণে ছন্দৰ সহায়ত শংকৰী সাহিত্যৰ পাঠ পুনৰ্নিৰ্মাণ কৰিব নোৱাৰিলেও অন্ত্যমিলৰ সহায়ত কিছু পৰিমানে বিশুদ্ধ পাঠ লাভ কৰিব পাৰোঁ। অংকীয়া নাটমালাত প্ৰয়োগ হোৱা সংস্কৃত শ্লোকবাজিৰ মূল পাঠ নিৰ্ণয়ত অৱশ্যে ছন্দ আৰু ব্যাকৰণে ভালেখিনি সহায় কৰে। অধ্যাপক এ, টি, বিশ্বাসে 'জাৰ্নেল অব দ্য ইউনিভাৰ্চিটি অব গৌহাটী'ত প্ৰকাশিত 'এ টেক্সচুৱেল ক্ৰিটিচিজম অব সংস্কৃত ভাৰ্চেজ ইন ওল্ড আচামিজ ড্ৰামাজ' শীৰ্ষক প্ৰবন্ধত ছন্দ আৰু ব্যাকৰণৰ সহায়েৰে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত 'অংকীয়া নাট' কালীৰাম মেধী সম্পাদিত 'অংকাৱলী' আৰু হৰিনাৰায়ণ দত্তবৰুৱা সম্পাদিত

"শংকৰ বাক্যামৃত"ত প্ৰকাশিত মহাপুৰুষৰ অংকীয়া নাটমালাৰ সংস্কৃত শ্লোক সমূহত থকা বিভিন্ন ভুলৰ শুধৰণি দিয়াৰ প্ৰযত্ন কৰিছে। (৬) দৃষ্টান্ত স্বৰূপে "কালিদমন নাট"ৰ দ্বিতীয় নান্দী শ্লোকটি শাৰ্দূল বিক্ৰীড়িত ছন্দত ৰচনা কৰা। অংকীয়া নাটত ইয়াৰে এটাশাৰীৰ পাঠ হ'ল—যেনাভাজি ভূজংগভোগনিখিলং পদভ্যাং মুদাৰ্ম্মদ্দয়ন'। 'শংকৰ বাক্যামৃতত ইয়াৰ পাঠ আছে 'যেনভোজি ভূজংগ ভোগ নিখিলং পদভ্যাং মুদা মৰ্দয়ন' ৰূপে আনহাতে অংকাৱলী"ত ইয়াৰ শেষাৰ্ধ 'মৰ্দিতম' ৰূপে পোৱা গ'লেও ছন্দ আৰু ব্যাকৰণৰ সহায়ত ইয়াক 'মৃদনতা' লৈ সলাব পাৰি।

"ৰাম বিজয় নাট"ৰ দ্বিতীয় নান্দীৰ দ্বিতীয় শ্লোকটিয় ছন্দ শাৰ্দূল বিক্ৰীড়িত—ঘ'ৰ এটা পংক্তিৰ পাঠ ড ২কৱাৰ সম্পাদিত গ্ৰন্থত আছে—'যেনাকবি পৰা ভ'ৱা মৃগুপৰ্ত্তৈৱাসক্ত ৰামস্য চ' হিচাবে। ইযাৰ 'ৰাসক্ত অংশটি মেধীৰ সম্পাদিত গ্ৰন্থত 'ব্যাসক্ত' আৰু হৰিনাৰায়ণ দত্ত ২কৱাৰ শংকৰ বাক্যামৃত'ত 'ৱাসস্য' ৰূপে পোৱা গলেও ছন্দ ব্যাকৰণৰ সহায়ে ইয়াক 'ৰামস্য' লৈ ৰূপান্তৰ কৰাৰ যুক্তি অখণ্ডনীয়।

উপৰ্যুক্ত নাট খনাৰে এটি প্ৰখ্যাত শ্লোক 'অংকীয়া নাট'ত সংৰক্ষিত হৈছে এনদৰে—

'জয়তু জয়তু ৰাম প্ৰাৰ্থকত্ৰাণ হেতু
ৰঘুকুল কমলালী সূৰ্যবংশস্য দেৱ ॥
হৰতু দুৰিতমেষাং নাম সংকীৰ্ত্তন য
স্বজন সুন কলত্ৰৈ জীৱতু সং চিৰায়ু ॥ মালিনী ছন্দত (ন ন ম ন য) ৰচিত উপৰ্যুক্ত শ্লোকটিৰ ছন্দ সম্মত ৰূপ হ'ব এনে ধৰণৰ

জয় জয় ৰঘুনাথ প্ৰাৰ্থকত্ৰাণ হেতো
ৰঘুকুল কমলালী সূৰ্যবৰ্য সদৈৱ।
হৰসি দুৰিত মেষাং নাম সংকীৰ্ত্তনেন
স্বজন সুতকলত্ৰৈ জীৱতাত ত্বং চিৰায়ু. ॥ (৭)

---

(৬) Journal of the University of Gauhati vot vii (1956) p p 163—174

(৭) প্ৰাগুক্ত গ্ৰন্থ পিঠি—১৬৬

পাঠ সমীক্ষা পদ্ধতিৰ প্ৰয়োগেৰে শংকৰী সাহিত্যৰ আদি ৰূপটো উদ্ঘাটন কৰিব পাৰিলে মহাপুৰুষ জনাৰ দাৰ্শনিক মতবাদ, সৌন্দৰ্য বোধ ভাষা জ্ঞান প্ৰভৃতিৰ অনেক নতুন কথা যে পোহৰলৈ আহিব, তাত কোনো সন্দেহ নাই। ড° নেওগ সম্পাদিত কীৰ্তন ঘোষাত (প্ৰথম প্ৰকাশ ১৯৫৫) পাঠ সমীক্ষা ৰীতিৰ কিছু প্ৰয়োগ ঘটিলেও নাইবা কালিৰাম মেধীৰ অংকাৱলীয়ে অংকীয়া নাট কেইখনৰ ভিন্ন পাঠৰ চানেকি প্ৰদৰ্শন কৰিলেও (৮) শংকৰী সাহিত্যৰ অধিকাংশই অপপাঠৰ (কৰাপটেড ৰিডিং) পৰ্যবশিত। উঠি অহা শংকৰপ্ৰেমী গৱেষক সকলে এই বিষয়ত অধিক মনোযোগ দিয়া উচিত।

(৮) ড° মুকুন্দ মাধৱ শৰ্মাই শংকৰদেৱৰ চৌটয় গ্ৰন্থৰ সমীক্ষিত পাঠ নিৰ্ধাৰণ কৰিছে—অসম সাহিত্য সভাৰ টিহু অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ দ্বাৰা প্ৰকাশিত সাহিত্য গ্ৰন্থ 'সাহিত্য-চিন্তা'ত (১৯৭৩, পিঠি ৭৪-৮৭)

# ॥ শংকৰী সাহিত্যত সৌন্দৰ্য বোধ ॥

অসমীয়া জাতিৰ জনক, সমাজ সংগঠক আৰু সুনিপুণ কলাকাৰ মহাপুৰুষ শংকৰদেৱে জনগণৰ মাজত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্যেৰে গীত-পদ নাট আদি প্ৰণয়ণ কৰিলেও সিবোৰৰ ভিতৰেদিয়ে বিকশিত হৈছে কবিৰ নৱোন্মেষ শালিনী সৃজনী প্ৰতিভা, প্ৰবাহিত হৈছে বিমলিন সৌন্দৰ্য বোধৰ অন্তঃ সলিল ফল্গু ধাৰা। সত্যৰ সাধনা মংগল কামনা আৰু সুন্দৰৰ আৰাধনা—জগতৰ সকলো সাহিত্যৰে মূলধন। কলাই সত্য আৰু সুন্দৰৰ সৃষ্টি কৰিবলৈ যাওঁতে ধৰ্মৰ লগত থকা ইয়াৰ ওত প্ৰোত সম্পৰ্কটি আপোনা আপুনি ওলাই পৰে। ধৰ্মৰ বিভিন্ন সূত্ৰৰ ভিতৰত ঈশ্বৰ বিশ্বাসো এটা। দুই এক ধৰ্মই ঈশ্বৰবাদৰ ওপৰত বৰ বেচি গুৰুত্ব আৰোপ নকৰিলেও সৰহখিনি ধৰ্মই সৃষ্টি স্থিতি আৰু প্ৰলয়ৰ কাৰণ হিচাবে এক বিৰাট পুৰুষৰ অস্তিত্ব মানি লৈছে আৰু সেই বিৰাট পুৰুষৰ অৱতাৰী কিবা ঐশ্বৰিক লীলামালাৰ ৰূপময় বৰ্ণনাৰে সিবোৰ ভাষাৰ সাহিত্যৰ ভঁৰাল চহকী হৈছে। মহাপুৰুষ শংকৰদেৱৰ ৰচনাৱলীও ইয়াৰ ব্যতিক্ৰম নহয়। পৰম পুৰুষ শ্ৰীকৃষ্ণৰ ঐশ্বৰিক চৰিত্ৰৰ মাহাত্ম্য প্ৰকাশৰ অন্যতম আহিলাৰূপে সৰ্বসাধাৰণৰ মন আধ্যাত্মিকতাৰ ফালে ঢাল খুৱাবলৈ মহাপুৰুষে অনুপম সৌন্দৰ্য বিকশিত বাবে ৰবনীয়া সাহিত্য সম্ভাৰৰ সৃষ্টি কৰিছিল।

শংকৰী সাহিত্যত সৌন্দৰ্যবোধৰ কথা আলোচনা কৰিবলৈ যোৱাৰ লগে লগে এটি প্ৰশ্নৰ উদয় হয়—সৌন্দৰ্য বোধ কি? ই মন্ময় (Subjective) নে তন্ময় (objective)? নন্দনতাত্বিক সকলৰ মাজত উপৰ্যুক্ত প্ৰশ্নৰ বাক বিতণ্ডাৰ শেষ নাই। কোনোৱে কয় যে সৌন্দৰ্য হ'ল essance, য'ত সৌন্দৰ্য থাকে—সেয়ে সুন্দৰ। এই সন্দৰ্ভত প্লেটোৰ প্ৰখ্যাত উক্তি স্মৰণীয় 'If anything is beautiful, it is beautiful for no other reason

than that it partakes of absolute beauty আন কোনোবাৰ মতে সৌন্দৰ্য হ'ল ৰূপ সুষমা (Significant form) আৰু আন এদলৰ মতে ই ৰস আস্বাদনৰ কাৰণ (Beauty is that which rouses the Æsthetic emotion) নাইবা প্ৰতিভাৰ সৃষ্টি।

ৰস আস্বাদন কাৰীৰ মনোধৰ্ম্ম ৰূপে সৌন্দৰ্যক অধিকাংশ নন্দনতাত্ত্বিকে স্বীকাৰ কৰিলেও তাতো সমস্যাৰ শেষ নাই। কিয়নো, এদলে ভাবে যে বহিৰ্জগতৰ দ্ৰব্য বিশেষৰ গইনালয়ে মানুহৰ অন্তৰত সৌন্দৰ্যৰ স্ফুৰণ ঘটে। (১) আমি যেতিয়া প্ৰকৃতিৰ এটি ধুনীয়া দৃশ্য দৰ্শন কৰো, এটি মধুৰ গীত শুনো, সুগন্ধি ফুলৰ সুবাস লওঁ—তেতিয়াই আমাৰ অন্তৰত বিভিন্ন ক্ৰিয়া প্ৰতিক্ৰিয়াৰ অন্তত সৌন্দৰ্যবোধৰ সৃষ্টি হয়। আন এদলে এনে প্ৰক্ৰিয়াত প্ৰকৃত সৌন্দৰ্য বোধৰ সৃষ্টিৰ স্বীকৃতি দিবলৈ নাৰাজ। তেওঁলোকৰ মতে বাস্তৱৰ সকলো সৌন্দৰ্যই আধাৰ সাপেক্ষ আৰু সীমাবদ্ধ। সীমাবদ্ধ সৌন্দৰ্যই অনাবিল সৌন্দৰ্য যোগাবলৈ অসমৰ্থ। গতিকে সৌন্দৰ্যৰ স্বৰূপ হ'ল পৰম দৈৱীসত্তা। এই পৰম সত্তা ঈশ্বৰেই হওক বা ব্ৰহ্মই হওক—অমূৰ্ত্ত অনাকাৰ, ভাৱময় সৌন্দৰ্য সত্তাৰ মূৰ্ত্ত নাইবা শিল্প চৰাচৰৰ বস্তুত প্ৰতিভাত হয় প্লেটো'ৰ কথাৰ দৰে।

'The beauty of finite things arise out of their Participation in the eternal and ideal arch etypes তদুপৰি নব্যপ্লেটোবাদী প্লটিনাছে যেতিয়া সৌন্দৰ্যৰ সংজ্ঞা নিৰূপন কৰিবলৈ কয়—'A beautiful material thing is produced by participation in reason issuing from the devine' নাইবা দাৰ্শনিক হেগেলৰ মতে The beautiful is the absolute ideal realising itself nothing is truety beautiful except this, nothing therefore which exists in concrete from can be so terned In the finite mind the absolute ideal is always striving to realise itself,

(১) Hume এ কয় Beauty is not the quality in things themselves it exists merely in mind which contemplates them

but never compeletely succeed, there is only a ceaseless approximation Beauty is rare, accidental, fugitive and tranished by inter mixture wrth the not beautiful' আদিকৈ সৌন্দৰ্যৰ ভাষ্য দিয়ে, তেতিয়া ইয়াক কোনো পৰম আৰু নিত্যসত্তাৰ স্বৰূপ বুলি নোৱাৰি। ভাৰতীয় বৈদিক সাহিত্যত পৰমসত্তাৰ বিমূৰ্ত সৌন্দৰ্যৰ মূৰ্ত প্ৰকাশৰ অভাৱ নাই। দৃষ্টান্তস্বৰূপ 'মুণ্ডকোপনিষদ'ৰ 'ন তত্র সূৰ্য্যো ভাতি ন চন্দ্ৰ তাৰকং, নেমা বিদ্যুতো ভাতি। কুর্তোর্য়মগ্নি, তমৱ ভাতমনুভাতি সৰ্বং তস্য ভাসা সর্বমিদং বিভাতি' নাইবা কঠোপনিষদৰ 'অনোৰ্নীয়াণ মহতো মহীয়ান, আত্মহস্য জন্তোৰ্নিহিতো গুহায়াম' আদিৰ ৰূপময় আৰু ভাৱময় সৌন্দৰ্যক আঙুলিয়াব পাৰি। বিশ্বকবি ৰবীন্দ্ৰনাথৰ 'জগতেৰ মাঝে কত বিচিত্র তুমি হে, তুমি বিচিত্র ৰূপিনী কিংবা 'সীমাৰ মাঝে অসীম তুমি' প্ৰভৃতি বিজ্ঞাপন কবিতাই ৰসগ্ৰাহী পাঠকৰ অন্তৰত যি সৌন্দৰ্যবোধৰ সৃষ্টি কৰে, তাক বহুজন সমীক্ষকে বিশ্লেষণ কৰি দেখুৱাইছে। বৈষ্ণৱ কবি শংকৰদেৱৰ ৰচনাতো পৰম পুৰুষৰ বিচিত্ৰ সৌন্দৰ্যৰ বিমণ্ডিত ভালেখিনি কবিতা আছে। দৃষ্টান্ত স্বৰূপ দুফাকিমান কবিতাৰ উদ্ধৃতি দিয়া হ'ল—

(ক) যত জীৱ জংগম কীট পতংগম
অগ নগ জগ তেৰি কায়া।
সবকহু মাৰি পূৰত ওহি উদৰ
নাহি কৰতু ভূত দায়া।
ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ
যৈচন গগন বিয়াপি ॥ (২)

(খ) তুমি সত্য ব্ৰহ্ম তোম্মাতে প্ৰকাশে জগত ইটো অসন্ত।
জগততে সদা তুমিয়ো প্ৰকাশা অন্তৰ্যামী ভগৱন্ত ॥ (৩)

(২) বৰগীত ৪ নম্বৰ।
(৩) বেদস্তুতি, পদ—১৬৬২, শং বাং ১৫০ পিঠি

(গ) বাহিৰে ভিতৰে জানা ইটো জগতৰ।
পৰিপূৰ্ণ ৰূপ আছো পৰম ঈশ্বৰ ॥
জানি ইটো তত্ত্বকথা থিৰ কৰি চিত্ত।
মোক্ষক দেখিবা মাত্ৰ সমস্ত প্ৰাণীত ॥ (৪)

(ঘ) তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাত ব্যতিৰেক ॥
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন মুহিকৈ অন্তৰ ॥
তুমি পশু পক্ষী সুৰাসুৰ তৰুতৃণ।
অজ্ঞানত মূঢ় সবে দেখে ভিন্ন ভিন্ন ॥
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নাপাই তোমাক বিচাৰে বাহিৰত ॥
তুমি সে কেৱলে সত্য মিছা সবে আন।
জানি জ্ঞানীজনে কৰে হৃদয়ত ধ্যান ॥ (৫)

আধ্যাত্মবাদীৰ লগত নন্দনতাত্ত্বিকৰ সৌন্দৰ্যবোধৰ বিৰোধ ইতিপূৰ্বে উল্লেখিত হৈছে। নন্দনতাত্ত্বিকৰ দৃষ্টিত সৌন্দৰ্য আনন্দৰেই সাকাৰ ৰূপ মূৰ্তিমান আনন্দ। যিয়ে আনন্দ দিয়ে সিয়ে সুন্দৰ anything is beautiful which causes beauty প্ৰকৃতি বিশ্বখনিকৰৰ সৃষ্ট অনন্ত যৌৱনা উৰ্বশী। প্ৰতি ঋতুৰ প্ৰতিটো পুৱাতে প্ৰকৃতিৰ নতুন উন্মাদনা নতুন লয়লাস, নতুন সাজপাৰ। প্ৰকৃতিৰ মোহিনী ৰূপত জগত মুগ্ধ। দেৱতাদি সকলোৰে মুখলৈ চাই থাকে আনো আনো বুলিও দৃষ্টি ঘূৰাই আনিব নোৱাৰে। ৰূপ ৰস গন্ধ স্পৰ্শ আৰু শব্দ—এই ইন্দ্ৰিয়ানুভূতিৰ দ্বাৰা সৌন্দৰ্য পীপাসু কবিসকলে চিৰকাল প্ৰকৃতিৰ উদাৰ বুকুৰ পৰা সৌন্দৰ্য আহৰণ কৰি কাব্য সাহিত্যত চিত্ৰ চমৎকৃত সৌন্দৰ্যৰ সৃষ্টিৰে সহৃদয় পাঠকৰ মনত ৰসৰ সঞ্চাৰ কৰিবলৈ সমৰ্থ হৈছে। মহাপুৰুষ শংকৰদেৱৰ এটা কলাসুলভ মন থকা স্বত্বেও

(৪) একাদশ স্কন্ধ ভাগৱত, পদ ২৩৮-৯, শং বাঃ-২০
(৫) হৰমোহন কীৰ্তন, পদ—৫২০—২৩

উদ্দেশ্যই তেওঁৰ আবেগৰ স্বতঃস্ফূৰ্ত্ত প্ৰকাশত হেঙাৰ বান্ধিছিল। কালিদাস ভবভূতি প্ৰমুখ্যে ৰসাশ্ৰয়ী কবিসকলৰ উদ্দেশ্যৰ লগত মহাপুৰুষৰ কাব্য প্ৰণয়ণ কৰ্মৰ মূলগত পাৰ্থক্য থকা গুণে পূৰ্বোক্ত কবিসকলৰ লেখাৰ মাজেদি বিৰিঙি উঠা সৌন্দৰ্যসাধক অসমীয়া কবি জনাৰ কাব্যৰ সৌন্দৰ্যৰ লগত ৰিজাবলৈ যোৱাটো ধৃষ্টতা মাথোন। মহাকবি কালিদাসে প্ৰকৃতি আৰু মানুহৰ মাজত স্থাপিত কৰা নিগূঢ় সম্পৰ্কৰ কথা মহাপুৰুষে নকলেও নাইবা ৰমন্যাসিক কবিসকলৰ দৰে প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য সত্তাত আৰাও মানস-গোচৰ দৈৱী সত্তাৰ আৰোপ নকৰিলে। বিভিন্ন বণ উপবন আৰু নগৰাদিৰ চিত্ৰ ধৰ্মী চিত্তপ্ৰমাসী বৰ্ণনা দিয়াত অসমীয়া কবি— জনাই কাৰ্পন্য কৰা নাই 'কীৰ্তনৰ হৰমোহন খণ্ডৰ দিব্য উপবনৰ মনোৰম বৰ্ণনা পৰিজন অসমীয়াৰ মুখে মুখে। সেই উপবনত

শিৰীষ সেউতি কমাল মালতী লৱংগবাগী গুলাল।
কৰবীৰ বক কাঞ্চন চম্পক ফল ভৰে ভাঙে ডাল॥
সেৱালী নেবাসী তমাল পাৰলী পাৰিজাত যুতী জাই।
বকুল বন্দুলী আছে ফুলি ফুলি তাৰো সীমা সংখ্যা নাই॥ (৬)

অকল সেয়ে নহয়, তাত 'মহামনোহৰ দীৰ্ঘ সৰোবৰ তাৰ মাজে মাজে আছে।' সিবোৰৰ শোভাও উকা নহয়—'সুবৰ্ণকমল ভেট উতপল ফুলি ফুলি আছে ৰঞ্জি।' চক্ৰবাক, ৰাজহংস কোৰাঁ। চাতক প্ৰমুখ্যে বিভিন্ন ৰঙীয়াল পখীয়ে তাত 'অমৃত সমান জল কৰি পান তাতে স্বুসমিতে ৰৱে।' —এনে সৌন্দৰ্যদীপ্ত চুম্বক বৰ্ণনা সমগ্ৰ বৈষ্ণৱ সাহিত্যতে বিৰল। সাহিত্যৰথী বেজবৰুৱাই ক'বৰ দৰে—'শংকৰৰ আনন্দ নিস্যন্দিনী লেখনীৰ পৰা ওলোৱা এই উপ-বনৰ জীৱন্ত চিত্ৰৰ তুলনা নাই। যেনে উজু শব্দৰ সমাবেশ, তেনে ৰচনাৰ লালিত্য তেনে ছন্দৰ লহৰী। এই বৰ্ণনা পঢ়িলে কোনোবা ওস্তাদ আৰ্টিষ্টে অঁকা উপবনৰ চিত্ৰ যেন লাগে। (৭) মূল ভাগৱতৰ

(৬) হৰমোহন, কীৰ্ত্তন, পদ—৫৩৫

(৭) বেজবৰুৱাৰ অসমীয়া ভাষা আৰু সাহিত্য (১৯৬৮) দ্ৰষ্টব্য

অনুগামী ত্রিকুট পৰ্বতৰ ছবি খনিও চাব লগীয়া- য'ত 'ছয় ঋতু একেকালে বসন্ত উদয় । ভ্রমৰে গুঞ্জৰে কুলি পঞ্চম পূৰয় ॥'' (৮)

সদায় চকুৰে দেখা বা কাণেৰে শুনা কথা খিনিও আটৰ জগতত মনোহৰ ৰূপ পৰিগ্ৰহ কৰি ৰস উপভোগৰ সহায়ক হয় । এই প্ৰসংগত বৰ্ষাবৰ্ণনাৰ চিত্ৰ খনিলৈ আঙুলিয়াব পাৰি—

ইন্দ্ৰৰ আদেশে আছি মহামেঘগণ ।
পৰম প্ৰাৰম্ভ কৰে গগনে গৰ্জন ॥
হৰ হৰ শবদে পূৰিল দিশ পাশ ।
বজ্ৰৰ নিপাতে যেন ভৈল গৰ্ভত্ৰাস ।
উৰুৱাৱৈ প্ৰচণ্ড বাতাসে চালবাৰ ।
তিৰিমিৰি বিজুলী চমকে চমৎকাৰ ॥ (৯)

এই বৰ্ণনা পঢ়াৰ লগে লগে পাঠকৰ চকুৰ আগত বৰ্ষাকালৰ শিলাবৃষ্টি আৰু ধুমুহাৰে কাণতালমাৰি ধৰা বৰ্ষনোন্মুখ ছবি এখনি ভাহি উঠে । একেদৰে কৌমুদী প্লাৱিত ৰজনী ৰূপালী যমুনা বালিত গোপী-কৃষ্ণই কৰা ৰাসলীলা প্ৰসংগত শৃংগাৰ ৰসৰ উপযোগীকৈ অংকন কৰা বৃন্দাবনৰ দৃশ্যটিও কেনে স্নিগ্ধ-মধুৰ !

শৰত শশী নিশি ধৱলী অধিক ।
লহ লহ মলয়া পৱন তথি থিক ॥
বিবিন্দা বিপিন কুসুম পৰকাশ ।
পেখি কমল ৰামাকলি বিলাস ॥ (১০)

ৰমণী-ৰূপৰ বৰ্ণনাত শংকৰদেৱৰ সুকুমাৰ মনৰ পৰিচয় পোৱা যায় । কবি কালিদাসৰ ভাষাও যি নাৰীৰ সৃষ্টি কালত ছবি আঁকি লৈ পাচত তাতে প্ৰাণসঞ্চাৰ কৰিছে, (চিত্ৰে নিৱেশ্য পৰিকল্পিত সত্ত্বযোগা)—বিশ্বৰ সমগ্ৰ সৌন্দৰ্যক একেলগে এক

(৮) কীৰ্ত্তন পদ ৪৮১
(৯) দশম পদ ১০৫৮—৫৪
(১০) কেলিগোপাল নাটৰ প্ৰথম ভটিমাৰ পদ।

(খ) শ্যাম তনু তাতে পীত বসন / বিজুলী বেঢ়ে যেন নব ঘ'ন ॥ (১৫)

(গ) শ্যাম শৰীৰ বসন তথি পীত / নব ঘন বেঢ়ি চমকে তড়িত ॥ (১৬)

বিন্দুত সিন্ধুৰ গৰ্ভৰ তৰা নাইবা গোখোজত নভোমণ্ডলৰ বিশালতা ইংগিতৰে বুজাব পৰাটো কবিৰ বৰ্ণনা শক্তিৰ পৰিচায়ক। মহাপুৰুষে বৰ্ণনা বিষয়ক চুম্বক কৰি অলপ কথাতে কেনেকৈ suggestionঅৰ সহায়েৰে দীঘলীয়া ভাব এটাকাটি প্ৰকাশ কৰে তাৰ মাত্ৰ এটি এটি দৃষ্টান্ত উল্লেখ কৰা হ'ল। অক্ৰূৰে শ্ৰীকৃষ্ণক গোপী সকলৰ ওচৰৰ পৰা যেতিয়া নিবলৈ ওলাল—তেতিয়া গোপী সকলৰ অন্তৰত যি আসন্ন বিচ্ছেদ বহ্নি শিখা জ্বলি উঠিল—তাৰ বৰ্ণনা মাত্ৰ দুটা শাৰীৰে প্ৰকাশ কৰি কবিয়ে কোন সৌন্দৰ্যবোধৰ পৰিচয় দিছে তাক চাব লগীয়া—

আমাৰ প্ৰাণক কাটি নেই নিদাৰুণে।

ইহাৰ অক্ৰূৰ নাম থৈলে কিবা গুণ ॥ (১৭)

পাশ্চাত্য নন্দন তাত্ত্বিক সকলৰ বিবাদমান "সৌন্দৰ্যতত্ত্ব" ভাৰতীয় আলংকাৰিক সকলৰ ৰসনিষ্পত্তি ব্যাপাৰৰ সৈতে মিলি গৈছে। কিয়নো উভয়ৰে উদ্দেশ্য হ'ল—আনন্দদান। অৱশ্যে সৌন্দৰ্য তাত্ত্বিক সকলে বস্তুৰ ওপৰত প্ৰাধান্য দিছে আৰু ৰসবাদীসকলে ভাৱকে সৰ্বস্ব বুলি মানি লৈছে। হ'লেও সৌন্দৰ্যবোধে যেনেকৈ মানুহক শৈল্পিক আনন্দ (Aesthetic pleasure) প্ৰদান কৰে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাবৰ দ্বাৰাই নিষ্পন্ন ৰসেও তেনেকৈ বিমল আনন্দৰ যোগান ধৰে। শংকৰদেৱৰ ৰচনাত বৈষ্ণৱ ভক্তি ৰসে মুখ্যস্থান লাভ কৰিলেও শৃংগাৰ, বীৰ, কৰুণ প্ৰভৃতিৰসৰ অস্তিত্ব কোনোপধ্যেই লুই কৰিব নোৱাৰি। কীৰ্তন বা দশমৰ ৰাসক্ৰীড়া, হৰমোহনৰ মোহিনীৰূপৰ বৰ্ণনা, আৰু সীতা

(১৫) কীৰ্তন, লীলামালা পদ—১৭৫৩
(১৬) পত্নী প্ৰসাদ নাট—পিঠি-৫
(১৭) দশম, পদ—১৭৯৬

বা লক্ষ্মী সয়ংবৰ অধ্যায়ত শৃংগাৰ ৰসৰ প্ৰাধান্য মন কৰিবলীয়া। ৰাম বিজয় নাটত সীতা ৰামৰ কামকেলীৰ বৰ্ণনাতো শৃংগাৰ ৰসৰ প্ৰবাহ আছে—

একুক ৰময়া, কক ৰময়া ৰাসকেলি
কাঞ্চোৰ চোৰ ফোৰ কুচ চুম্বক
ৰতি কৌতুকে কৰায়লি ॥
অধৰ ধৰিয় অধৰ মধু ধক্কল
লোচন মুদি ৰহু মাই। (১৮)

শৃংগাৰ ৰসৰ দৰে করুণ ৰসৰ বৰ্ণনাও শংকৰী সাহিত্যত ভৰপূৰ। ৰাসলীলাত শ্ৰীকৃষ্ণ অন্তৰ্ধান হোৱাৰ পাচত গোপী সকলৰ বিৰহ ব্যাকুল অৱস্থা কালি দমনত নাগপত্নী সকলৰ করুণ বিলাপ, গোপী উদ্ধৱ সংবাদত যশোদা আৰু গোপীসকলৰ আকুলতাত করুণৰস এওঁামুৰি দিছে। গ্ৰাস গজেন্দ্ৰ, জৰাসন্ধ জাম্বৱন্ত আদিৰ যুদ্ধবৰ্ণনাত বীৰ ৰস, ইন্দ্ৰৰ ক্ৰোধ, পঞ্চদেৱতাৰ প্ৰতি বিশ্বামিত্ৰৰ অভিশাপ প্ৰভৃতিত ৰৌদ্ৰৰস আৰু নাৰদৰ পৰ্চোলি, বিশ্বামিত্ৰৰ কাম মোহিত অৱস্থা আৰু বেদনিধিৰ কাৰ্যকলাপত হাস্যৰসৰ উজান উঠিছে। শব্দৰ ললিত ঝংকাৰ আৰু ছন্দৰ লয়লাস শ্ৰোতাক আনন্দ দিয়ে—ৰস উপলব্ধিত সহায় কৰে। শংকৰদেৱে বিভিন্ন ৰসৰ সৃষ্টিৰ কাৰণে বিধে বিধে ছন্দৰ প্ৰয়োগ ঘটাইছে— অলংকাৰৰ প্ৰাচুৰ্যই কাব্যিক সৌন্দৰ্যৰ সৃষ্টি কৰিছে। স্থানান্তৰত সিবোৰৰ আলোচনা কৰা হৈছে ॥

---

(১৮) ৰামবিজয় নাট—১৭-১৮ পিঠি

# শংকৰী সাহিত্যৰ ছন্দ

কাব্য সৃষ্টিৰ উষালগ্নৰপৰাই মানুহে ছন্দৰ সৌন্দৰ্যময় শক্তিক অস্বীকাৰ কৰিব পৰা নাই। ভাৰতীয় সাহিত্যত ছন্দই চিৰদিন উচ্চাসন পাই আহিছে। ছন্দ জ্ঞানহীন লোকে পুৰাকালত বেদ পাঠ কৰাটো নিষিদ্ধ আছিল, কাৰণ ছন্দৰ লক্ষণ অনুধাৱন নকৰাকৈ পঠিত মন্ত্ৰ অশুচি হোৱা বুলি বিবেচিত হৈছিল। স্বৰ কিংবা বৰ্ণপাঠৰ দোষযুক্ত মন্ত্ৰই বাগবজ্ৰ যজমানক হত্যা কৰে বুলি পাতঞ্জলিয়ে মহাভাষ্যত লিখি গৈছে। ঐতৰেয় আৰণ্যকৰ "লোকক পাপকৰ্মৰ পৰা আচ্ছাদন কৰিবৰ কাৰণেই সৃষ্টি হৈছিল ছন্দৰ" (১), ছান্দোগ্য উপনিষদৰ "দেৱগণক পাপ কৰ্মৰপৰা ৰক্ষা কৰিছিল ছন্দই" (২), তৈত্তিৰীয় সংহিতাৰ "যজমানক চীয়মান অগ্নিতাপৰ পৰা ৰক্ষা কৰিবলৈ জন্ম ছন্দৰ" (৩), প্ৰভৃতি অমৰ বাক্যই প্ৰকাৰান্তৰে ছন্দৰ সূচনা কৰে। ভাৰতীয় আলঙ্কাৰিক সকলেও ৰসক কাব্যৰ আত্মা বুলি ছন্দক সেই কাব্যদেহৰ শোভাবৰ্ধক লোমৰাজি বুলি স্বীকৃতি দিছে। ছন্দই কাব্যৰ বিচিত্ৰ ভঙ্গীবিশিষ্ট ধ্বনিপ্ৰবাহক শৃঙ্খলিত কৰি পাঠক-শ্ৰোতাৰ কৰ্ণকুহৰত পীযুষ ধাৰা বৰ্ষণ কৰে। ছন্দ অবিহনে ভাবৰ গতি হয় ৰুদ্ধ—সৌন্দৰ্য পৰে ম্লান। ইয়াক বাদ দি পুৰণি কবিতাৰ সৃষ্টি একপ্ৰকাৰ অসম্ভৱ। অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ কাৰণে মহাপুৰুষ শঙ্কৰদেৱে ৰচনা কৰা কাব্য নাট গীত, পদ আদিৰ আনন্দনিস্যন্দী শক্তি বৰ্ধনৰ হেতু বিধ বিধ ছন্দৰ সৃষ্টি কৰিছে।

---

(১) ছাদয়ন্তিহবা এনং ছন্দাংসি পাপাত্ত কৰ্মনা —ঐ০ আ০ ২।১।৬

(২) দেবা বৈ মৃত্যোৰ্বিভ্যতস্ত্ৰয়োং বিদ্যাং প্ৰাবিশংস্তে ছন্দোভিৰাত্মান-া-চ্ছদয়ন। ছা০ উ০ ১।৪।২

(৩) প্ৰজাপতিৰগ্নিমচিনুত। স ক্ষুৰপবিৰ্ভূত্বাতিষ্ঠত। তং দেবা বিভ্যতো নোপায়ন। তে ছন্দোভিৰাত্মানং ছাদয়িত্বোপায়ন। তচ্ছন্দসাং ছন্দস্ত্বমিতি। তৈ০ স০ ৫।৬।৬১

সংস্কৃত অসমীয়া আৰু ব্ৰজাৱলী—এই তিনিটা ভাষাতে লিখা বিভিন্ন ৰচনা সম্ভাৰত ব্যৱহৃত ছন্দসজ্জাৰ কিছুখিনি মহাপুৰুষে সংস্কৃত পিঙ্গল শাস্ত্ৰৰপৰা আৰু কিছুখিনি বৌদ্ধ সিদ্ধাচাৰ্যসকলে তেওঁলোকৰ চৰ্যাগীতিত প্ৰয়োগ কৰা অক্ষৰবৃত্ত ছন্দৰ অনুকৰণত সৃষ্টি কৰি লৈছিল। তদুপৰি প্ৰাক্ বৈষ্ণৱ যুগৰ অপ্ৰমাদী কবি মাধৱ কন্দলিয়ে তেওঁৰ অনূদিত ৰামায়ণত ব্যৱহাৰ কৰা আঠাইকেবিধ যৌগিক ছন্দকো তেওঁ প্ৰয়োগ কৰিছে। মাত্ৰাবৃত্ত আৰু অক্ষৰাবৃত্ত বা যৌগিকৰ প্ৰায় নিটোল ৰূপ এটি আমি শংকৰদেৱৰ ছন্দসজ্জাত দেখিবলৈ পাওঁ। অসমীয়া ছন্দ কলাৰ বিশেষজ্ঞ ড মহেন্দ্ৰ বৰাই বৈষ্ণৱ যুগৰ কবিসকলৰ অবদানৰ কথা আলোচনা কৰোঁতে দিয়া মন্তব্যটি শঙ্কৰদেৱৰ ক্ষেত্ৰতহে অধিক প্ৰযোজ্য। তেওঁ কয়, "নিঃসন্দেহে ক'ব পাৰি, অসমীয়া সাহিত্যৰ ইতিহাসত বৈষ্ণৱ যুগ নামে খ্যাত যুগটো ছন্দৰ ইতিহাসতো স্বৰ্ণ যুগ আছিল। এই এটা যুগ, যিটো যুগত আৰু অসংখ্য ছন্দ সজ্জো সংস্কৃত ছন্দ জগতৰ পৰা নদীৰ বুকুত অহা বানপানীৰ দৰে অসমীয়া ছন্দ জগতলৈ উত্তাল গতিৰে প্ৰবাহিত হৈ আহিছিল। মূঠৰ ওপৰত যৌগিক ৰীতিৰ মৌলিক ৰূপটো ধ্বনিত হৈ উঠিছিল বৈষ্ণৱ যুগতহে।' (৪)

শঙ্কৰদেৱৰ সংস্কৃত ৰচনা যেনে অনুষ্টুপীয়া, সিহঁতত ব্যৱহৃত ছন্দৰ সংখ্যাও তেনে সীমিত। অংকীয়া নাটৰ একাধিক নান্দী-শ্লোকত কবিয়ে শাৰ্দূলবিক্ৰীড়িত ছন্দৰ প্ৰয়োগ কৰিছে। উনৈশটা অক্ষৰ যুক্ত এই ছন্দৰ প্ৰতিটো চৰণত পৰ্ব থাকে দুটা প্ৰথম পৰ্বৰ অক্ষৰ সংখ্যা ১২ আৰু দ্বিতীয় পৰ্বৰ ৭ চাৰিটা শাৰীত এটা স্তৱক সম্পূৰ্ণ হয়। তাৰ উদাহৰণ

ম স জ স ত ত গ

- - - | ⌣ ⌣ | ⌣ ⌣ | ⌣ ⌣ | - - ⌣ | - ⌣ |

যন্নামা খিললোক শোক শমনং যন্নাম প্ৰেমাস্পদং
পাপাপা ৰপয়ো ধিতৰণবিধৌ যন্নাম পোতপ্লৱ।
যন্নাম শ্ৰৱণাৎ পুনাতি শ্বপচঃ প্ৰাপ্নোতি মে সংস্থিতৌ।
তং শ্ৰীৰাম মহং মহেশ বৰদং বন্দেস দাসাদৰম ॥

—ৰামবিজয় নাট।

(৪) অসমীয়া কবিতাৰ ছন্দ, (১৯৬২) পিঠি ১৪৬—১৪৮।

অঙ্কীয়া নাটৰ মাজে মাজে থকা সংস্কৃত শ্লোকৰ ছন্দ অনুষ্টুভ। বত্রিশ অক্ষৰযুক্ত চতুষ্পাদবিশিষ্ট এই ছন্দসজ্জাৰ প্ৰতিটো পাৰীৰ অক্ষৰসংখ্যা ৮+৮। ইয়াৰ প্ৰতিপাদৰ পঞ্চম অক্ষৰ লঘু, ষষ্ঠ অক্ষৰ গুৰু আৰু দ্বিতীয়-চতুৰ্থপাদৰ সপ্তম অক্ষৰ লঘু হ'ব লাগে। দৃষ্টান্ত স্বৰূপ

- ‿ - / - - ‿ - ‿ ॥

ভীতা সীতা, ততোৰাম নিৰীক্ষ্য কৃপয়া প্ৰভু।
প্ৰাহ প্ৰিয়া, সমাশ্বস্য মাভৈ পীতে স্থিতে মায়ি ॥

ৰাম বিজয় নাট।

প্ৰতি পদত যথাক্ৰমে ন ন ম য য গণ থাকিলে আৰু অষ্টাক্ষৰ সপ্তাক্ষৰত যতি পৰিলে, অৰ্থাৎ প্ৰথম ছয় লঘু অক্ষৰ, তাৰ পাচত তিনিটা গুৰু তাৰ পাচৰো এটি লঘু আৰু দুটি গুৰু —এনেকৈ ছটা অক্ষৰ যুক্ত ছন্দসজ্জাৰ নাম মালিনী (৫) "ৰাম বিজয়" নাটত এই ছন্দৰ প্ৰয়োগ হৈছে যেনে :

ন ন ম য য

‿ ‿ ‿ | ‿ ‿ ‿ | - - - | ‿ ‿ ‿ | ‿ -

জয়জয় ৰঘুনাথপ্ৰাৰ্থকত্ৰাণ হেতো
ৰঘুকুলকম লালীসূৰ্যবৰ্য সদৈৱ।
হৰষ দুৰিত মেষা নামসংকীৰ্তনেন
স্বজন সুতক লত্ৰৈজ্ঞী বতুম চিৰায় ॥

প্ৰথম, তৃতীয়, ষষ্ঠ, সপ্তম, নৱম আৰু একদশ— এইকেইটা লঘু অক্ষৰযুক্ত একাদশ অক্ষৰা চতুষ্পাদ বিশিষ্ট ছন্দ সজ্জাৰ নাম উপেন্দ্ৰ জ্ৰা। 'কালিগোপাল' নাটৰ প্ৰথম নান্দী শ্লোকটি এই ছন্দ-সজ্জাৰ

জ ত জ গগ

‿ — ‿ | — - ‿ | ‿ - ‿ | — — |

শৰচ্চশাংকদ্যুতিকোমলাসু / নিশাসু শাৰত সদাগোপীকা ভ।
চকাৰ কেলি কলগীত কণ্ঠ / স গোপ সুভুৰ্জয়তীহ কৃষ্ণঃ ॥

ইন্দ্ৰবজ্ৰা আৰু উপেন্দ্ৰবজ্ৰা ছন্দৰ সংকৰেই উপজাতিছন্দ। একাদশাক্ষৰযুক্ত এই ছন্দৰ ৰূপ হ'ল এনে ধৰণৰ . প্ৰথম + দ্বিতীয় পাৰী

(৫) ন ন ম য য যু তেয়ং মালিনী ভোগি লোকৈ.

ত ত জ গগ।

- ⌣ - - ⌣ ⌣ ⌣ - -

তৃতীয়+চতুৰ্থ শাৰী— জ ত জ গগ

⌣ ⌣ - ⌣ ⌣ ⌣ ॥

"কেলিগোপাল" নাটত শঙ্কৰে এই ছন্দৰ প্ৰয়োগ ঘটাইছে —

নিৰীক্ষ ৰাত্ৰিং শাৰদিন্দু শুভ্ৰাম্।
তন্ত্ৰোচিষা চাৰুবন বিকাশম ॥
গীত জগৌ গোকুল কামিনীনা
মোহ বিতন্বন নিতৰাং মুৰাৰি ॥

"কেলিগোপাল নাট"ৰ নান্দীৰ দ্বিতীয় শ্লোক আৰু "ৰুক্মিণী হৰণ"ৰ নান্দীৰ প্ৰথম শ্লোকৰ ছন্দ বসন্ততিলক। চতুৰ্দশাক্ষৰ চতুষ্পাদী এই ছন্দৰ ১, ২, ৪, ৮, ১১, ১৩ আৰু ১৪ অক্ষৰ গুৰু বাকী কেইটা লঘু। উদাহৰণ

ত ভ জ জ গ

- ⌣ ⌣ ⌣ ⌣ ⌣ ⌣ ⌣ - -।

যৎপাদ প কজৰজ শিৰসা সুৰেশ।
শৰ্বাদয়ো দিবিষদোহপি সুদোদ্বহন্তি।
যৎকীৰ্তনাৎ কৰিমলং মনুজাস্তৰন্তি
কৃষ্ণস্য তস্য চৰণং শৰণং ব্ৰজাম ॥

দ্বাদশাক্ষৰ যুক্ত ছন্দৰ প্ৰতি প্যদত এটি লঘু, দুটি গুৰু অক্ষৰ থাকিলে তাক 'ভুজঙ্গ প্ৰয়াত' বোলে। "পাৰিজাত হৰণ"ৰ ছয়াটা নান্দীশ্লোকৰে ছন্দ এই জাতীয় —

য য য য

⌣ - - ⌣ - - ⌣ - - ⌣ - -

নম কৃষ্ণ বিষ্ণো পৰাণন্তশক্তে
নমো ৰাম ৰাজীৱ নৈত্ৰ প্ৰভোমে
নমো ব্ৰহ্মমূৰ্তে মুৰাৰে পৰেশ
নমো বিশ্বৰাস প্ৰসীদ প্ৰসীদ ॥

'ৰুক্মিণী হৰণ নাট'ৰ এটি শ্লোকত 'পুষ্পিতাগ্ৰা' ছন্দৰ প্ৰয়োগ পাওঁ। দ্বাদশ আৰু ত্ৰয়োদশ অক্ষৰযুক্ত দ্বিপৰ্ব বিশিষ্ট এই

ছন্দৰ ৭ম ৯ম, ১১, ১২ ১৭, ২০, ২২ আৰু ২৪, ২৫ অক্ষৰ গুৰু বাকীবোৰ লঘু। উদাহৰণ

ন ন ৰ য়

⌣ ⌣ ⌣ ⌣ ⌣ ⌣ - ⌣ ⌣

ন জ জ ৰ গ

⌣ ⌣ ⌣ ⌣ - ⌣ ⌣ ⌣ - ⌣ - -

অথৰথ মধিকহ্য কেশৰোঽসৌ
সপদিচসাৰথিনোদ্ধবেন যুক্তা
কৰকৃতগমুৰীশ্বৰ প্ৰিয়য়া প্ৰেকাকুলং
কৃণ্ডিনমোজসা যযৌ ॥ ক০ হ০ না০।

দ্বাদশাক্ষৰযুক্ত, প্ৰত্যেকটো পাদৰ তৃতীয়, ষষ্ঠ, নৱম আৰু অন্ত্যবৰ্ণ গুৰু হ'লে সেই ছন্দক 'তোটক' বুলি জনা যায়। মহাপুৰুষে এই ছন্দতেই ৰচনা কৰিছে ভৈৰৱ বিষ্ণুস্তোত্ৰ এটি। এই স্তৱটিৰ বৈশিষ্ট্য 'ইয়াৰ প্ৰতিপাদৰ শব্দই পৰবৰ্তী পাদৰ প্ৰথম শব্দৰে সৈতে লটানুপ্ৰাসৰ সৃষ্টিকৰাত 'স্তোত্ৰটি ৰথ চক্ৰৰ দৰে মধুৰ গতিত আগ বাঢ়িছে" যেনে

স স স স

⌣ ⌣ ⌣ ⌣ ⌣ ⌣ - ⌣ ⌣ -

মধুদানৱ দাৰণ দেৱৱৰম
ৱৰবাৰিলোচন চক্ৰ ধৰম ॥

মহাপুৰুষ শঙ্কৰদেৱৰ বৰগীত, অংকৰগীত ভটিমা আদিত মাত্ৰাবৃত্ত ছন্দৰ প্ৰয়োগ দেখা যায়। প্ৰাক্‌শঙ্কৰ যুগৰ কবিতাত এইবিধ ছন্দৰ চানেকি দেখিবলৈ নাপাওঁ। যুগ্ম ধ্বনিৰ উচ্চাৰণ বিশিষ্ট ছন্দসমূহেই মাত্ৰাবৃত্ত। সংস্কৃতত প্ৰতিটো যুগ্মধ্বনিয়ে দুই মাত্ৰা আৰু অযুগ্ম ধ্বনিয়ে এক মাত্ৰাৰ আসন পায়। অসমীয়াত পাছে লঘু-গুৰুৰ স্থান কটকটীয়া বুলিব নোৱাৰি। তৎসম শব্দৰ প্ৰচুৰ প্ৰয়োগ এইবিধ ছন্দৰ লক্ষণীয় কথা। সাধৰণতে সংযুক্তাক্ষৰৰ আগৰ আৰু প্ৰতিটো চৰণৰ শেষ আখৰৰ উপধা অক্ষৰত দ্বিমাত্ৰা ধৰা হয়। দৃষ্টান্ত স্বৰূপে:

(ক) চাৰি মাত্ৰা যুক্ত.

।। ।। ।।।।। ।।।।। ।।।।

জয় জয়/ৰঘুকুল/কমলপ্ৰ/কাশক

॥ । । ॥ । । ॥ ।
দাসক / নাশক / ভীতি
। । । । । । । । ॥ । । । । ।
জয়জয় / নিৰঞ্জন / যাতন ঘাতন
॥ । । ॥ । । । ।
পাপন / পাতক / ৰীতি ।—ৰাম-বিজয় নাট ।

(খ) পঞ্চমাত্রা বিশিষ্ট
ৰময়া কুরু / মদন খেলা
খেলসংগে / ৰংগে গাপী । ৰমণী মলা ।।-কেলিগোপাল নাট

(গ) ষণ্মাত্রা যুক্ত
। । । । । ॥ । । । ।
উৰে বনমালা / মাণিকমণি ।
। । । । । । ॥ ॥
বয়ন ইষৎ / হাসা
। । । । । । ॥ । । । ।
নবজলধৰ / শোভিত তনু ।
॥ । । । । ॥ ॥
পীত অম্বৰ / ভাসা —পাৰিজাত হৰণ নাট।

(ঘ) সপ্তমাত্রিক ৰূপ
॥ । । । । । । । । । । । । । । । ।
হামু অনুচৰী / চৰণ অনুসৰি / পৰম প্ৰেম ৰস / আশ
। । । । । ॥ । । । । । । । । । । ॥
কঠিন বচনে / হৰষি চেতন / কৈছে কৰসি ৰৈ / -ৰাস
কেলিগোপাল নাট

(ঙ) অষ্টমাত্রাযুক্ত
। । । । ॥ । । ॥ ॥ । ॥ ॥
শুন শুন ৰে সুৰ / বৈৰী প্ৰমানা ।
। ॥ । । ॥ । । ॥ ॥
নিশাচৰ নাশ / নিদানা
॥ । ॥ । । । । । । । । ॥ । ।
ৰাম নাম যম / সমৰক সাজি যে ।
। । । ॥ । । । । । ॥ ॥
সমদলে কৰলি / পয়ান ।। —বৰগীত ।

(ঘ) এঘাৰ মাত্ৰা যুক্ত

| | | | || | | || |
জ য় জ গ জী ৱ ন ৰা ম।
| | || | | | | || |
ক য় লো প ডি প ৰ না ম ।—ৰামবিজয় নাট।

(ঙ) বাৰ মাত্ৰা যুক্ত

| | | | | | | || | | |
য ব ত ৰ পা ত সো হি তু ই।
| | | | | | | || |
সা ফ ল জ ন ম ভে বে হু ই॥

(চ) পোন্ধৰ মাত্ৰা যুক্ত চপয়

| | | | || | | || | | || |
ক হ ব কি ৰ ম ণী ক ৰূ প প্ৰ চু ৰ।
| | | | | | || | | | || |
ব দ ন ক হে বি চা ন্দ ভে ল দূ ৰ॥

— ৰুক্মিণী হৰণ নাট।

মাত্ৰাবৃত্তভ'ক যৌগিক ৰীতিৰ ছন্দসজ্জাত মহাপুৰুষে অধিক দক্ষতাৰ পৰিচয় দিব পাৰিছে। কবিয়ে নিজে এই ৰীতিৰ "হ্ৰস্ব-দীৰ্ঘ" ছন্দ চৰ্চা কৰাৰ উল্লেখ কৰিছে। এই বিধ ছন্দ সজ্জাৰ কেই পদমান মহাপুৰুষৰ উত্তৰাধিকাৰী সূত্ৰে প্ৰাক্-বৈষ্ণৱ যুগৰপৰা পায় আৰু কেইবিধমান নিজেই সংস্কৃত ছন্দৰ আদৰ্শত সৃষ্টি কৰে। তলত সিবোৰৰ দৃষ্টান্ত দিয়া হ'ল।

(ক) পদ বা পয়াৰ :—দ্বিপাৰ্বিক ছন্দ সজ্জাৰ ভিতৰত কবিৰ লেখাত পদ বা পয়াৰৰ প্ৰয়োগেই প্ৰচুৰ। সংস্কৃত অনুষ্টুভ ছন্দৰ ছাঁত এই ছন্দই প্ৰাক্-শংকৰী যুগাত গা কৰি উঠে। ইয়াৰ প্ৰতিটো চৰণত দুটাকৈ পৰ্ব থাকে আৰু সাধাৰণতে দুটা চৰণত এটা স্তৱক হয়। প্ৰথম চৰণৰ দ্বিতীয় পৰ্বৰ সৈতে চতুৰ্থ চৰণত অন্ত্যমিল থাকে। অক্ষৰৰ মাত্ৰা সংকেত ৮+৬ যেনে—

গুৰু নিগদতি পাছে / গোবিন্দ তহিতে / ৮+৬
আৰম্ভিলা ৰাসক্ৰীড়া / গোপিকা সহিতে / ৮+৬

—ৰাসক্ৰীড়া, পদ ১০৮

(খ) মালতী —এইবিধ ছন্দ সজ্জাৰ প্ৰতিটো চৰণত দুটাকৈ পৰ্ব থাকে আৰু দ্বিতীয় পৰ্বৰ শেষ ধ্বনিৰ লগত চতুৰ্থ পৰ্বৰ শেষ ধ্বনিৰ সমতা থাকে। মাত্ৰা সাংকেত হ'ল—৮ + ৭। উদাহৰণ স্বৰূপ

কৰতল কমল ক / মল দল নয়ন / ৮ + ৭

ভবদব দহন গ / হন বন শয়ণ // ৮ + ৭

(গ) পাঞ্চালী —সাধাৰণতে দুটা চৰণত একাটা স্তৱক হয়। প্ৰথম চৰণত তিনিটা আৰু দ্বিতীয় চৰণত দুটা পৰ্ব থাকে। প্ৰতি টা পৰ্বৰ অন্তিম ধ্বনিৰ মিত্ৰতা মন কৰিবলগা কথা। যেনে—প্ৰমত্ত মাতংগ / যৈচন পত গ / নিপাৰল অংগ/দশন উপাৰি / প্ৰবেশল ৰংগ/ ৬ + ৬ + ৬ + ৬ + ৬

(ঘ) গজগতি বা ঝুমুৰী —সংস্কৃত মধুমালতী ছন্দৰ অনুকৰণত প্ৰাক্-শঙ্কৰ যুগতেই যুদ্ধাদিৰ ক্ষিপ্ৰ বৰ্ণনাত বহুলভাৱে ব্যৱহাৰ কৰা এইবিধ ছন্দৰ প্ৰতিটো চৰণত চাৰিমাত্ৰা যুক্ত দুটাকৈ পৰ্ব থাকে। অন্তিম ধ্বনিৰ অনুপ্ৰাস স্তৱকৰ পূৰ্ণতা সূচায়। যেনে—

কাতো বেলি / হানে গাছ। ৪ + ৪

কতো কোপে / চাপে কাছ। ৪ + ৪

কীৰ্তন, পদ, ২৪৩২

(ঙ) ঝুনা বা একাৱলী —একাদশ অক্ষৰে প্ৰতিপাদ বিন্যস্ত সংস্কৃত ত্ৰিষ্টুভ ছন্দ সজ্জাৰ সফল অনুকৰণ হ'ল মহাপুৰুষৰ কীৰ্তন ঘোষাত প্ৰচুৰ ব্যৱহাৰিত অন্ত্যমিল বিশিষ্ট দ্বিপাদী ঝুণা বা একাৱলী ছন্দ। ইয়াৰ প্ৰতিটো চৰণৰ মাত্ৰাসংখ্যা ৬ + ৫। উদাহৰণ :—নপাৱন্ত একো / উপায় খুজি / ৬ + ৫

উঠিল শংকৰে / অসঙ্গ বুজি // ৬ + ৫

—অমৃত মন্থন পদ ২৯২

(চ) দিগক্ষৰা বা হ্ৰস্বঝুণা —চাৰি আৰু ছয় মাত্ৰাৰ দ্বিপৰ্বিক দ্বিপাদী আৰু অন্ত্যমিলযুক্ত দিগক্ষৰা ছন্দ সংস্কৃত দশাক্ষৰা ছন্দৰ অনুৰূপ। যেনে—

যোগী যাক / ন পাৱৈ ধ্যানত// ৪ + ৬

হেন হৰি / পলান্ত ভয়ত // ৪ + ৬

কীৰ্তন, পদ ৬৯৪

(ছ) কুসুম মালা —দ্বিপাদী কুসুম মালা ছন্দৰ প্ৰতিটো পাদত ছয় মাত্ৰাযুক্ত দুটা পৰ্ব থাকে। চাৰিওটা পৰ্বৰ অন্ত্যধ্বনিৰ মিল এই ছন্দসজ্জাৰ মন কৰিবলগীয়া কথা। সমগ্ৰ গুণমালা গ্ৰন্থ এই ছন্দত মহাপুৰুষে শেষ কৰা গুণে ইয়াক গুণমালা ছন্দও আখ্যা দিয়া হয়। উদাহৰণ

নমো নাৰায়ণ / সংসাৰ তাৰণ / ৬+৬
ভকত তাৰণ / তোমাৰ চৰণ / ৬+৬
-গুণমালা, পদ—১

(জ) লঘুত্ৰিপদী বা ছুলৰী —পদৰ পাচতেই শংকৰদেৱৰ লেখাত ব্যৱহাৰিত ছন্দ হ'ল লঘুত্ৰিপদী বা ছুলৰী। তিনিটা পৰ্বত এটা চৰণ আৰু ছটা পৰ্বত এটি স্তৱক সম্পূৰ্ণ হয়। মাত্ৰা সংকেত ৬+৬+৮। সাধাৰণতে তৃতীয় আৰু ষষ্ঠপৰ্বৰ অন্তিম ধ্বনিৰ মিল হয় যদিও কেতিয়াবা কেতিয়াবা প্ৰথম-দ্বিতীয় আৰু চতুৰ্থ-পঞ্চম পৰ্বৰ অন্তিম ধ্বনিৰ সুমিতিও লক্ষ্য কৰা যায়। যেনে—

পিচে ত্ৰিনয়ন দিব্য উপবন
দেখিলন্ত বিদ্যমান। ৬+৬+৮
ফলফুল ধৰি জকমক কৰি
আছে যত বৃক্ষগণ॥ ৬+৬+৮
—কীৰ্তন, পদ—৫৩৫

(ঝ) দীৰ্ঘত্ৰিপদী বা ছবি —সংস্কৃত ছন্দৰ প্ৰকৃতৰ মাজেদি সৰকি আহি প্ৰাক্‌বৈষ্ণৱ যুগত ছবি ছন্দৰ জন্ম দিয়ে। আৱেগ অনুভূতি প্ৰকাশৰ মাধ্যমৰূপে এই ছন্দ বেচ উপাদেয়। মাত্ৰা সংকেত—৮+৮+১০। অন্ত্যমিল ছুলৰীৰ দৰেই। দৃষ্টান্ত •

হেন মহা দিব্য বন দেখিলন্ত ত্ৰিনয়ন
দিব্য কন্যা এক আছে তাতে ৮+৮+১০
কোটি চন্দ্ৰ সমানাহে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টা ধৰি খেলে দুয়ো হাতে॥ ৮+৮+১০
-কীৰ্তন, পদ ৫৪১

(ঞ) হংসমালা — ত্ৰিপৰ্বিক, অন্ত্যমিলযুক্ত দ্বিপাদী হংসমালা ছন্দৰ মাত্ৰাসংকেত হ'ল—৬+৬+৬। উদাহৰণ.

দিবসে বিষয়/বিয়াকুল নিন্দি/নয়ন গোৱাই/মান ধন খেজি/ বিমোহিত ভেৰি/আৰতি নপাই/ —বৰগীত।

(ট) ঝমক —ভাগৱতৰ অষ্টমস্কন্ধত ব্যৱহৃত এই একাকী গুৰুত্বপূৰ্ণ ছন্দটি ড মহেন্দ্ৰ বৰাই উদ্ধাৰ কৰি কয়, "এইবিধ ছন্দ সঞ্জাত ঝাঁপতালৰ ভংগীৰ ত্ৰিমাত্ৰিক ছন্দৰ গতিৰ পৰিপ্ৰেক্ষিতত দ্বিমাত্ৰিক ছন্দৰ স্থিতি শীলতাৰ ৰূপ এটা ফুটাই তুলিবৰ প্ৰয়াস পাইছিল। আৰু, সেই মিশ্ৰগতিৰ পৰিপ্ৰেক্ষিতত মাজে মাজে বিপৰীত ধৰ্মী বাক পৰ্ব স্থাপন কৰি ইয়াৰ ধ্বনি চেতনাত অপূৰ্ব ঝংকাৰময় অভিৰণনৰ সৃষ্টি কৰিছিল। (৬) দৃষ্টান্ত—

এৰি ধনু শৰ।
খানা বেলি পুৰন্দৰ॥
কামোৰে অধৰ।
কাৰে কোচাল সমৰ॥
যুজে মালবান্ধে।
ধৰি বাহু বাহু ছান্দে॥ (৭)

ওপৰত মহাপুৰুষ তেওঁৰ বিভিন্ন ৰচনাত প্ৰয়োগ কৰা ছন্দ কেইটাৰ এটি লেখ দিয়া গ'ল। শংকৰদেৱৰ পৰৱৰ্তী কবিসকলে ওপৰত উল্লেখিত ছন্দতেই তেওঁলোকৰ কাব্য, উপাখ্যান প্ৰভৃতি ৰচনা কৰি গৈছে। বৈষ্ণৱ আৰু বৈষ্ণৱোত্তৰ যুগৰ কথাই নকওঁ জোনাকী যুগৰ কবি সকলোকো আৰ্নিক মহাপুৰুষৰ ছন্দসজ্জাই প্ৰভূত ভাৱে প্ৰভাৱান্বিত কৰিবলৈ সমৰ্থ হৈছে। গতিকে ছান্দসিক হিচাবেও যে অসমীয়া সাহিত্যত শংকৰদেৱৰ স্থান তুংগশীৰ্ষত, তাক দোহাৰিবৰ প্ৰয়োজন নাই।

---

(৬) মহেন্দ্ৰ বৰা—ছন্দোগুৰু শংকৰদেৱৰ ষাণ্মাসিক নীলাচল (১৯৭৬) কাতী বিহু সংখ্যা পিঠি—১১

(৭) অ ম পদ ৫৮৪—৩৫

# ॥ শংকৰী সাহিত্যৰ অলংকাৰ ॥

খৃষ্টীয় ষষ্ঠ শতকৰ পূৰ্ববৰ্তী কোনো অলংকাৰ শাস্ত্ৰ আজিলৈকে আৱিষ্কাৰ নহ'লেও কিন্তু 'অলংকাৰ' শব্দটিৰ শুভাৰম্ভ হয় বৈদিক যুগতে। (১) আদিকাব্য ৰামায়ণত এই শব্দটিৰ প্ৰয়োগ প্ৰচুৰ। (২) নাট্যাচাৰ্য ভৰতমুনিৰ নাট্যশাস্ত্ৰত উপমা, দীপক, ৰূপক, যমক আদিকৈ কাব্যালংকাৰৰ কথা বিবৃত হৈছে। (৩) প্ৰাচীনতম আলংকাৰিক (৪) ভামহে কয় যে কামিনীমুখ স্বভাৱ-সুন্দৰ হলেও ভূষণহীন ভাল শোভা নাপায়। একেদৰে কাব্যও অলংকাৰ ৰূপকাদিৰ অবিহনে শোভনহীন হয়। (৫) সপ্তম শতকত ৰচিত বুলি কথিত 'অগ্নি পুৰাণ'তো পাওঁ অলংকাৰ বিহীনা সৰস্বতী বিধবা নাৰীৰ দৰে। (৬) সপ্তম শতকৰ আচাৰ্য দণ্ডীয়ে তেওঁৰ 'কাব্যাদৰ্শ' গ্ৰন্থত অলংকাৰক কাব্যৰ শোভাবৰ্ধক গুণাৱলীৰূপে গণ্য কৰিলেও (৭) বামনে ভিন্ন দৃষ্টিকোণৰ পৰা অৱলোকন কৰি কয় অলংকাৰৰ বাবেহে কাব্য গ্ৰাহ্য— সৌন্দৰ্যই অলংকাৰৰ মূলধাতু। (৮) এই সৌন্দৰ্য সৃষ্টিৰ হেতু

---

(১) বায়বায়াহি দৰ্শতেমে সোমা অৰংকৃতা —ঋগ্বেদ—১।১।৩ স ব্ৰহ্মালংকাৰেণ অলংকৃতো ব্ৰহ্মবিদ্বান্ ব্ৰহ্ম অভিপ্ৰৈতি—ঋগ্বেদীয় কৌষীতকী উপনিষদ— ১।৩।৪

( ) অলংকাৰো হি নাৰীণাং ক্ষমা—বালকাণ্ড, ৩৩

(৩) উপমাদীপকং চৈব ৰূপকং যমকং তথা।
কাব্যস্যৈতে হ্যলংকাৰাশ্চত্বাৰঃ পৰিকীৰ্তিতাঃ —১৬।৪১

(৪) এওঁক কোনোৱে ষষ্ঠ শতিকাত আৰু আন কোনোৱে সপ্তম শতিকাত থাপিছে।

(৫) ৰূপকাদিৰলংকাৰস্তস্যান্যৈৰ্বহুধোদিতঃ।
ন কান্তমপি নিৰ্ভূষং বিভাতি বনিতামুখম্। (ভামহালংকাৰ—১।১৩)

(৬) অৰ্থালংকাৰ ৰহিতা বিধবেৱ সৰস্বতী

(৭) কাব্য শোভাকৰাণ্ ধৰ্মানলংকাৰাণ্ প্ৰচক্ষতে।—কাব্যাদৰ্শ, ২।১

(৮) কাব্যং গ্ৰাহ্যমলংকাৰাৎ—কাব্যালংকাৰ সূত্ৰবৃত্তি ১।১।১, সৌন্দৰ্যম্ অলংকাৰঃ —ঐ ১।১।২

কৰিবে যে দোষ পৰিহাৰ কৰি গুণ গ্ৰহণ আৰু অলংকাৰ সংযোগ— এই নীতিৰ অনুশীলন কৰে। (৯) নৱম শতিকাৰ উত্তৰাধৰ আলংকাৰিক আনন্দৱৰ্ধনে ভাবে যে কবি প্ৰতিভাৰ অনন্ত্যৱশতঃ কাব্যালংকাৰৰ সংখ্যাও হয় অনন্ত। (১০) এই শতিকাৰে আন এগৰাকী আচাৰ্য ৰুদ্ৰটেও একে সুৰতে সুৰমিলাই কয় যে জগতৰ হৃদয় ব্যঞ্জক অৰ্থ যিমান—অলংকাৰৰ সংখ্যাও হয় সিমান। (১১) তদুপৰি প্ৰখ্যাত নাট্যকাৰ কবিৰাজ ৰাজশেখৰে 'কাব্য মীমাংসা'ত স্পষ্ট উল্লেখ কৰিছে যে গুণবৎ অলংকৃত বাক্যং কাব্যং।' একাদশ শতিকাৰ সুপ্ৰসিদ্ধ আলংকাৰিক ভোজৰাজে ভাবে —কাব্য হ'ব লাগে দোষহীন গুণযুক্ত, অলংকাৰ মণ্ডিত আৰু ৰসান্বিত। (১২) উপৰ্যুক্ত সূত্ৰ সমূহে এটা কথা স্পষ্ট কৰে যে অলংকাৰ হ'ল কাব্যৰ সৌন্দৰ্য বৰ্ধক অপৰিহাৰ্য উপাদান। এই অলংকাৰে যাক অলংকৃত কৰিব—নন্দনতত্ত্বৰ পৰিভাষাত সেয়া অলংকাৰ্য। উপমাদি অলংকাৰে শব্দ আৰু অৰ্থৰ সংযোগত সাধিত ৰসক অলংকৃত কৰি সহৃদয় জনক আনন্দ প্ৰদান কৰে।

সৰ্বকালৰ সকলো আলংকাৰিকে প্ৰত্যক্ষ কিবা পৰোক্ষ ভাৱে অলংকাৰৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিবলৈ বাধ্য হৈছে। অলংকাৰৰ কাম দুটাই তিনিটা—বাক্যৰ প্ৰভাৱশালী কৰণ প্ৰয়োজনীয় বৰ্ণনীয় বিষয়ৰ স্পষ্টীকৰণ আৰু ৰমনীয়তা সম্পাদন। (১৩) মহাপুৰুষ শংকৰদেৱৰ ৰচনাত অলংকাৰৰ বহুলতা সহজে চকুত পৰে। শব্দালংকাৰ আৰু অৰ্থালংকাৰ উভয় বিধ অলংকাৰৰ প্ৰাচুৰ্য মহাপুৰুষৰ লেখাৰ সৰ্বত্ৰ বিৰাজমান।

---

(৯) যুগু অলংকাৰ দোষহানাৎ গুণাল কাব্যাদানং চ সম্পাদ্য কাৰ —বামনবৃত্তি ১।৩

(১০) অনন্তা হি বাগবিকল্পাঃ। তৎ প্ৰকাৰ এব অলংকাৰ —ধ্ব। লোচনলোচন ৩-৩৭

(১১) ভতাষাবন্তো হৃদয়াৰিজক অৰ্থপ্ৰবাৰাস্তাবস্তাঃ ৰ —কাব্যালংকাৰ বৃত্তি ১৬

(১২) নিৰ্দোষং গুণৱৎ কাব্যম অলংকাৰৈৰলংকৃতম। ৰসান্বিত কবি কুৰ্বন কীৰ্তি প্ৰীতিঞ্চ বিন্দতি ।—সৰস্বতীকণ্ঠাভৰণ।

(১৩) তীৰ্থনাথ শৰ্মা– সাহিত্য বিদ্যা পৰিক্ৰমা (১৮৮৪ শক) পিঠি ৫৭

(১৪) ৰসাদ্যনুসাদৃশ্য তু বৈচিত্ৰ্যাভবাৎ ন গণিতম-সাহিত্যদৰ্পণ।

নির্বাচিত শব্দৰ দ্বাৰা কাব্যৰ সৌন্দর্য বৃদ্ধি পালেই সি শব্দালংকাৰ নাম পায়। কুন্তকাচার্যই এই অলংকাৰক 'বর্ণ-বিন্যাস বক্রতা' আখ্যা দিছে। ই অনুপ্রাস, যমক, শ্লেষ, বক্রোক্তি আৰু পুনৰুক্তবদাভাস—এই পাঁচভাগে বিভক্ত। এটা বা একাধিক বর্ণ যুক্ত বা বিযুক্ত ভাৱে একাধিক বাৰ ধ্বনিত হ'লেই হয় অনুপ্রাস। অনুপ্রাসৰ ক্ষেত্রত স্বৰৰ স্থান নাই ব্যঞ্জনকহে গুৰুত্ব দিয়া হয়। (১৪) অনুপ্রাস পাঁচ বিধ—(ক) শ্রুত্যনুপ্রাস—তালু প্রভৃতি একে উচ্চাৰণ স্থানৰ পৰা উচ্চাৰিত সমজাতীয় ব্যঞ্জন ধ্বনিৰ আবৃত্তিয়ে শ্রুত্যনুপ্রাস। (১৫) যেনে—

উচ্চ কুচ কৰো খত নাখৰ পৰশি।
গোপালক কেলি কৃষ্ণ কিংকৰ কহসি ॥ কে গো (১৬)

ইয়াত ক, খ আৰু গ বর্ণৰ আবৃত্তিত শ্রুত্যনুপ্রাস হৈছে।

(খ) বৃত্ত্যনুপ্রাস—যি বর্ণৰ সহায়ত সাহিত্যত মাধুর্য, ওজঃ প্রভৃতি গুণ প্রকাশ পায়—ৰচনাত তেনে বর্ণৰ আবৃত্তি হ'লে তাক বৃত্ত্যনুপ্রাস বোলে। (১৭) যেনে—

ঠাট প্রকট পটু কোটি কোটি কপি
গিৰি গড়গড় পদ ঘাৱে ॥ বৰগীত নং—৩

ইয়াত ট বর্ণৰ তুবাৰতকৈ অধিক বাৰ বিযুক্ত ভাৱে উচ্চাৰিত হোৱাত ই হৈছে বৃত্ত্যনুপ্রাস।

(গ) ছেকানুপ্রাস—সংযুক্ত বা বিযুক্ত ভাৱে থকা দুটা বা ততোধিক ব্যঞ্জনৰ স্বৰূপ বা ক্রমানুসৰি এবাৰ মাত্র আবৃত্তি হ'লে তাক ছেকানুপ্রাস বোলা হয়। (১৮) যেনে—

তড়িত জড়িত যব নৱ ঘন খণ্ড।—পাৰিজাত হৰণ, পৃ—১

ইয়াত 'ড়িত' এ শব্দ পুনৰুল্লেখে ছেকানুপ্রাসৰ সৃষ্টি কৰিছে।

(ঘ) অন্ত্যানুপ্রাস—কবিতাৰ একোটি স্তৱকৰ এটা চৰণৰ অন্ত্য

(১৫) উচ্চাৰ্য্যত্বাদ্ যদৈকত্র স্থানে তালুৰদাদিকে। সাদৃশ্যং ব্যঞ্জনস্যৈব শ্রুত্যনুপ্রাস উচ্যতে ॥ সা দ ১০।৫

(১৬) কেলি গোপাল নাট পিঠি—৫

(১৭) ৰসবিষয় ব্যাপাৰৱতী বর্ণৰচনাবৃত্তিঃ। তদনুগততয়েন (বৃত্ত্যনুগততয়েন) প্রকর্ষেণ ন্যসনাদ্ বৃত্ত্যনুপ্রাস।—সা দ ১০।৪

(১৮) ছেকো ব্যঞ্জনসংঘস্য সকৃৎ সাম্যং অনেকধা—সা দ.

মিলৰ লগত পৰবৰ্ত্তী চৰণৰ অন্ত্যবৰ্ণৰ ধ্বনি সাম্যই যি অলংকাৰৰ সৃষ্টি কৰে, সেয়ে অন্ত্যানুপ্ৰাস। (১৯) যেনে—

কৰতল কমল কমল দল নয়ন।
ভৱদৱ দহন গহন বন শয়ন ॥ (প্ৰথম ৰচনা)

(ঙ) লাটানুপ্ৰাস—তাৎপৰ্যভেদে একে অৰ্থত শব্দ বা পদ বিশেষৰ পুনৰুক্তিয়ে লাটানুপ্ৰাস। (২০) যেনে— পুৰল পৰম মনোৰথ কামিনী মধু অধৰ মধু পানে। (ক হ না পৃ —২৫) ইয়াত মধু শব্দৰ অৰ্থ ভেদে পুনৰুক্ত হৈছে।

[২] যমক—'স্বৰ-ব্যঞ্জন বৰ্ণৰ এ'কটা সমূহৰ এ'ক ক্ৰমতে সাৰ্থক-নিৰৰ্থক ভাবে যদি পুনৰুক্তি হয়, তেতিয়া যমক অলংকৰ হয়। (২১) যেনে—মধু মুৰ নৰক নিবাৰণ বাৰণ কুবলয় জীৱনহাৰী। ক হ না পৃ—২

ইয়াৰ বাৰণ অৰ্থযুক্ত, কিন্তু নিবাৰণৰ 'নি অংশ বাদ দিলে সি হব অৰ্থশূণ্য।

[৩] শ্লেষ—বাক্যত ব্যৱহৃত এ'কাটা পদৰ একাধিক অৰ্থ সংযুক্ত হৈ থাকিলে তাক শ্লেষ বোলে। (২২) যেনে—ও হি বৰ সাধিয়ে কুমাৰী তথি ৰহল থিক। ক হ না পৃ—১৬। ইয়াত বৰ শব্দই আশীৰ্বাদ আৰু স্বামী এই দুই অৰ্থৰ দ্যোতনা কৰিছে।

[৪] পুনৰুক্তবদাভাস—এ'ক অৰ্থ দ্যোতক এ'কটা শব্দৰ প্ৰতি শব্দ এটা ওচৰা ওচৰিকৈ ব্যৱহৃত হ'লে তাক পুনৰুক্তি হোৱা যেন লাগিলেও অলপ ভালদৰে চালে যদি সি পৃথকাৰ্থ দ্যোতনা কৰিব পাৰে, তেন্তে তাক পুনৰুক্ত বদাভাস, বোলে। (২৩) যেনে—

ৰাঘৱৰ অভিষেক শুনিয়া আসিল লোকে
সুমংগল নাদৰ শবদে ॥ উ ক ৰা পদ—১০৫

ইয়াৰে নাদমানে ঘোষণা, আৰু শবদ মানে ধ্বনি।

---

(১৯) ব্যঞ্জনং চদযথাবস্থং সহাদ্যেন স্বৰেণ তু। আবৰ্ত্যতে অন্ত্যযোজ্যত্বাৎ অন্ত্যানুপ্ৰাস এব তৎ ॥—সা দ

(২০) শব্দাৰ্থয়োঃ পৌনৰুক্ত্যং ভেদে তাৎপৰ্যমাত্ৰত।
লাটানুপ্ৰাস ইত্যুক্ত —অনুপ্ৰাস পঞ্চধ মত ॥ সা দ ১০ ১

(২১) তীৰ্থনাথ শৰ্মা—সাহিত্য বিদ্যা-পৰিক্ৰমা পিঠি ২৩

(২২) শ্লিষ্টৈ পদৈ অনেকাৰ্থাভিধানে শ্লেষ ইষ্যতে। সা দ

(২৩) আপাততো যদৰ্থস্য পৌনৰুক্ত্যেন ভাসনম্।
পুনৰুক্তবদাভাস স ভিন্নাকাৰ শব্দগ সা দ ১০-২

[৫] বক্ৰোক্তি—বক্তাই যি অৰ্থত কথা কয়—শ্ৰোতাই সেই অৰ্থত কথা খিনি গ্ৰহণ নকৰি অন্য অৰ্থ গ্ৰহণ কৰিলে তাক বক্ৰোক্তি বোলে। (১৪) যেনে—

মোক বিহা কৰিবাক আছিলা শিশুপাল।

মোৰ মনে তোৰতো জীৱন ভৈল ভাল ॥ ৰু হ ক্ৰা, পদ—৮৮

ৰুক্মিণীয়ে শিশুপালৰ লগত বিয়া হ'লে ভাল হ'ব বুজালেও শ্ৰোতাই কিন্তু বেয়া হ'ব—এনে অৰ্থহে গ্ৰহণ কৰে গুণে এয়া বক্ৰোক্তি।

অৰ্থৰ লগত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল অলংকাৰেই অৰ্থালংকাৰ। ই ঘাইকৈ পাঁচবিধ—(ক) সাদৃশ্য (খ) বিৰোধ (গ) শৃংখলা (ঘ) ন্যায় (ঙ) গূঢ়াৰ্থ প্ৰতীতি।

(ক) সাদৃশ্য মূলক • ইয়াৰ অন্তৰ্গত নিম্নোক্ত অলংকাৰ কেইবিধৰ প্ৰয়োগ শংকৰী সাহিত্যত আছে—

[৬] উপমা—এক বাক্যত স্বভাৱধৰ্মৰ বিজাতীয় দুটি পদাৰ্থৰ বিসদৃশ কোনোধৰ্মৰ উল্লেখ নকৰি যদিমাত্ৰ কোনো বিশেষ গুণ, অৱস্থা নাইবা ক্ৰিয়াত পদাৰ্থ দুটিৰ সাম্য বা সাদৃশ্য প্ৰদৰ্শিত হয়—তেন্তে সেয়ে উপমা অলংকাৰ। (১৫) উপমাৰ অংগ চাৰিটা—উপমেয় (যাৰ তুলনা কৰা হয়) উপমান (য'ৰ লগত বিজোৱা হয়) সাধাৰণধৰ্ম (যি গুণৰ দ্বাৰা বিজোৱা হয়) আৰু তুলনা (সাদৃশ্য)। উদাহৰণ—চাৰু চাৰি ভুজ জান অজানুলম্বিত।

কৰিকৰসম উৰু বৰ্তুল বলিত ॥ কীৰ্তন, পদ ৬৪৫।

ইয়াত উৰু আৰু কৰিকৰ বিজাতীয় বস্তু দুটাৰ সমান ধৰ্ম বৰ্তুল-বলিত। ইয়াৰ দ্বাৰা উৰুক কৰিকৰৰ লগত বিজোৱা হৈছে।

[৭] ৰূপক—উপমেয়ক উপমান ৰূপে জ্ঞানকৰাৰ ফলত সৃষ্ট অলংকাৰেই ৰূপক অলংকাৰ।

যেনে—জয় জয় বন্ধুকুল কমল প্ৰকাশক

দাসক নাশক ভীতি ॥ ৰাম বিজয় নাট, পৃঃ—১

ইয়াত ভগবানক বুজাবলৈ, বন্ধুকুলত কমলৰ আৰোপ কৰাত, ভগবানত সূৰ্যৰ আৰোপটি পৰিস্ফুট হৈছে।

[৮] উৎপ্ৰেক্ষা—উপমেয়ক উপমান ৰূপে কৰা তীব্ৰ সন্দেহৰ

(১৪) অন্যস্য অন্যাৰ্থকং বাক্যম্ অন্যথা যোজয়েৎ যদি।

অন্যঃ শ্লেষেণ কাক্বা বা সা বক্ৰোক্তিঃ ততো দ্বিধা। সা দ ১০।৯

(১৫) শ্যামাপদ চক্ৰবৰ্তী অলংকাৰ চন্দ্ৰিকা (১৩৮০) পিঠি—৪৬

ভেটিত উপমান উপমেয়ৰ যি একৰূপতা পৰিকল্পিত হয় সেয়ে উৎপ্রেক্ষা। যেনে—

বহুল জংঘনী কটি দেশ অতি সৰু।
মুঠিত লুকায় যেন হৰৰ ডম্বৰু ॥ ৰু হ না পদ—১৩

উপমেয়—কঁকাল, উপমান—হৰৰ ডম্বৰু কঁকাল হাতত লুকাব নোৱাৰে—গতিকে ই ডম্বৰু অৰ্থাৎ উপমান হোৱাৰহে সম্ভাৱনা। গতিকে ই উৎপ্রেক্ষা।

[৯] সন্দেহ—উপমেয়ক উপমান ৰূপ কৰা সন্দেহৰ প্রাবল্যত সন্দেহ অলংকাৰৰ সৃষ্টি হয়। যেনে—

দেখা কোন আসে ঋষি। জানিলোঁহো বিমৰিষি।
আসন্ত আদিত্য চলি। চাহিবাক যজ্ঞস্থলি ॥ অষ্টম স্কন্ধ, পদ—৯৫৫

উপমেয় বামনক আদিত্য ৰূপে সন্দেহ কৰা হৈছে।

[১০] ভ্রান্তিমান—সাদৃশ্যবশত এটা বস্তুক আন বস্তু ৰূপে ভ্রম হ'লে আৰু সেইভ্রম কবি কল্পনাৰ দ্বাৰা চমৎকৃত হৈ পৰিলে তাক ভ্রান্তিমান বোলে। উদাহৰণ স্বৰূপে—

ঘৰৰ চাৰু কুন্দকথ জালে। ধূপ ধূম্রচয় বজায় বোম্বালে ॥
মেঘবুলি তাক ময়ূৰ গণে। গৃহত পৰিয়া নাচে সঘনে ॥
নাৰদৰ কৃষ্ণদর্শন, পদ—২৪৯১

দ্বাৰকাৰ সৌধৰপৰা নিৰ্গত ধূপধূনাৰ ধোঁৱাক ম'ৰা চৰায়ে মেঘবুলি নাচিবলৈ ধৰাটো এটা ভ্রান্তি।

[১১] ব্যতিৰেক—উপমেয়ক উপমানতকৈ উৎকৃষ্ট বা নিকৃষ্ট কৰি দেখালে তাক ব্যতিৰেক অলংকাৰ কোৱা হয়। নিদৰ্শনা ৰূপ—

'নিন্দি ইন্দু কোটি বয়ন বিকাশ।
বন্দুলি অধিক অধৰ পৰকাশ ॥ পত্নীপ্রসাদ নাট, পৃ ৫

ইয়াত উপমান চন্দ্ৰ আৰু বন্দুলিতকৈ উপমেয় বদন আৰু অধৰ শ্রেষ্ঠ ৰূপে কথিত হৈছে।

[১২] প্রতীপ—উপমেয়—উপমানৰ সম্বন্ধ ওলট-পালটকৈ বৰ্ণালে নাইবা উপমানক নিন্দাকৰি উপমেয়ক প্রশংসা দৰ্শালে তাক প্রতীপ বোলে। যেনে—

দেখিয় বদন চান্দ ভেল লাজ। নয়ন নিৰিখি কমল জলমাজ ॥ (২৬)

(২৬) ৰাম বিজয় নাট পিঠি—২

উপমান চান্দ আৰু কমল দুয়োটিকে নিকৃষ্ট দেখাবলৈ সীতাৰ মুখৰ সাদৃশ্যৰ অৱতাৰণা কৰা হৈছে।

[১৩] সমাসোক্তি—প্ৰস্তুতৰ বৰ্ণনাৰ দ্বাৰা অপ্ৰস্তুতৰ প্ৰতীতি হ'লেই সমাসোক্তি অলংকাৰৰ বাণী লয়। উদাহৰণ স্বৰূপে—ক্ষণিক জীৱন মিলিবে মৰণ গিলিবেক ধৰি কালে। (২৭) ইয়াত সৰ্পিণী সাগৰ সৈতে বিজাই গিল ক্ৰিয়াৰ দ্বাৰা উক্তি কৰাত প্ৰস্তুতৰ দ্বাৰা অপ্ৰস্তুতৰ দ্যোতনা হৈছে।

[১৭] অতিশয়োক্তি—বিষয়ীৰ (যাক আৰোপিত কৰা হয়) সিদ্ধ অধ্যবসায় (নিশ্চয়)ৰ নাম অতিশয়োক্তি।' (২৮) উদাহৰণ,

চান্দ চন্দন মন্দ মলয় সমীৰে।
কেশৱ বিনে বিষ বৰিষে শৰীৰে॥ ৰমণীতত্ত্ব—৩৩ৰং

চান্দ-চন্দন আৰু মলয় সমীৰ সকলোৰে প্ৰিয়। কেশৱ অবিহনে সেইবোৰে বিষ বৰ্ষণ কৰে বোলাতো—সম্বন্ধত অসম্বন্ধ জনিত অতিশয়োক্তি।

[১৪] উল্লেখ—বিষয়বস্তুৰ ভিন্নতাভেদে একটা বস্তুকে, বেলেগ বেলেগ ৰূপত উল্লেখ কৰিলে উল্লেখ অলংকাৰ হয়। দৃষ্টান্তস্বৰূপে—

মালে বোলে কিবা বহুময় কাঞ্চেৰ।
অসাজনে বোলে এহতেজে নৰবৰ॥
নাৰীগণে বোলে মূৰ্ত্তি ধৰিলা মদনে।
আমাবেসে বন্ধু বলি মানে গোপজনে॥ কীৰ্ত্তন, পদ—১১৮২-৮৩

ইয়াত একে কৃষ্ণকে ভিন্ন জনে বেলেগ বেলেগ ৰূপত দৰ্শন কৰাটো উল্লেখৰ নামান্তৰ।

[১৬] দীপক—প্ৰস্তুত অপ্ৰস্তুত দুয়োবিধ পদাৰ্থৰ এক কৰ্মত অন্বয় হলে নাইবা একে কাৰকত অনেক ক্ৰিয়াৰ সম্বন্ধ হ'লে সি দীপক অলংকাৰ বুলি অভিহিত হয়। যথা—

(বলি-পুৰন্দৰ) কামোৰে অধৰ/কৰে কোঢালে সমৰ।
বুকে জীনবাৰে/ধৰি বাহু বাৰে চাপে॥
চেপি নেই কান্ধ/কতো ভবি ভবি চাপে॥

(২৭) দশম পদ—৫০১

(২৮) মনোৰঞ্জন শাস্ত্ৰী—সাহিত্য দৰ্শন (১৭০) পিঠি-৩০১

পৃথিৱীত পৰি/থকো কৰে জৰাজৰি ॥
বগৰা বাগৰি/কতো চান্দ্ৰ থাকে ভৰি ॥ (২৯)

ইয়াত বলি-পুৰন্দৰ—এক কৰ্তৃকাৰকৰ নানাক্ৰিয়াত অন্বিত হৈছে।
[১৭] তুল্যযোগিতা—প্ৰস্তুত অথবা অপ্ৰস্তুত বস্তুবোধক একধৰ্মৰ বন্ধন বান্ধিলে তাক তুল্যযোগিতা বোলে। নিদৰ্শনৰূপে—অথিৰ ধন-জন জীৱন যৌৱন। অথিৰ এহু সংসাৰ। —(১০নং বৰগীত) ধন জন জীৱন-যৌৱন হ'ল বৰ্ণনীয় বিষয়। (প্ৰস্তুত) আটাইকেইটাৰ অন্বয়—'যেনেকৈ' 'আদি' শব্দৰ অবৰ্তমানতো অলপ গমিচালেই অৰ্থ ওলায়।
[১৮] প্ৰতিবস্তূপমা—'যি দুটা বাক্যাৰ্থৰ পৰস্পৰৰ সাদৃশ্য, যেন আদি উপমা বোধক শব্দৰ—অভাৱসত্ত্বে সাক্ষাৎ ভাৱে বুজা নাযায় অৰ্থতঃহে বুজা যায়— এনে সমভাবাপন্ন বাক্যদুটাত একোসাধাৰণ ভিন্ ভিন্ শব্দদ্বাৰা উপস্থাপিত হোৱাৰ কাৰণে ভিন ভিন যেন প্ৰতীত হ'লে তাক প্ৰতি বস্তূপমা বোলে।(৩০) যেনে—

ত্ৰৈলোক্যৰ নাথ মাধৱক এৰিবায়।
কোনে শিশুপালক বৰিব চক্ষু খায় ॥
সিংহ এৰি শৃগালক-খে'জে কোন প্ৰাণী।
দুগ্ধ এৰি কোনজনে পিযেখাৰ পানী ॥
ক হ ক পদ—৯২

মাধৱক এৰি শিশুপালক বৰিব নোখোজা কন্যাৰ ভাৱত সিংহ-এৰি শৃগলৰ গ্ৰহণৰ অনিচ্ছা আৰু দুগ্ধ এৰি পানী পানৰ অনিচ্ছা—প্ৰকাশ পোৱাত তিনিওটা বাক্যৰেই সাধাৰণ ধৰ্ম হ'ল এটাক এৰি আনটো লোৱাৰ অনিচ্ছা। যেন, যেনেকৈ প্ৰভৃতি শব্দৰ অবৰ্তমানতো বাক্যকেইটাত উপমান উপমেয়ৰ সম্পৰ্ক সংৰক্ষিত হৈছে।
[১৯] দৃষ্টান্ত:—যি অলংকাৰত উপমেয় আৰু উপমান দুয়োটি দুটা পৃথক বাক্যত থাকে,—উপমেয় আৰু উপমানৰ ধৰ্ম ভিন্ন হোৱা স্বত্বেও প্ৰণিধানযোগ্য ভাবসাদৃশ্যত ধৰ্মদুটি-বিম্ব-প্ৰতিবিম্ব ভাবাপন্ন সাধাৰণ ধৰ্মত পৰিণত হয় আৰু য'ত তুলনামূলক শব্দৰ প্ৰয়োগ-থাকে সেয়ে দৃষ্টান্ত।

(২৯) অদ্ভুত মঙ্গল, পদ—[illegible]
(৩০) মনোৰঞ্জন শাস্ত্ৰী সাহিত্য দৰ্পণ পিঠি—২৯৬

যেনে—তোৰ নিন্দাবাণী আমাক নপাৱে গুণ অনাচাৰ কাম।
যত্তেক কুকুৰে কায়োৰ মাৰয় সবেও আঠুৰ নাম ॥ ৩১

ইয়াত নিন্দাই চুৰি নোপোৱা আৰু কুকুৰে আঠুৰ ডলত কামোৰা—এই উপমেয় আৰু উপমান দুটাৰ বিম্ব—প্ৰতিবিম্বৰ সংস্থাপিত হোৱাত দৃষ্টান্ত অলংকাৰ হৈছে।

[২০] নিদৰ্শনা—এটা বস্তুত ভিন্ন বস্তুৰ সম্ভৱ বা অসম্ভৱ ধৰ্মৰ সম্বন্ধ কথনৰ ফলত বিম্ব—প্ৰতিবিম্বভাৱে সাদৃশ্য বুজোৱাত্বই নিদৰ্শনা অলংকাৰ হয়। যেনে—

মুকুতি বসাকা স্ৰষ্ট তোমাৰ ভকতি।
তাক এৰি জ্ঞানপথে যিটো কৰে ৰতি ॥
ক্লেশ মাত্ৰ পাবৈ সিটো নিষ্ফল প্ৰয়াসে।
বাহ্যানে পত্তান যেন তণ্ডুলক আশে ॥ কীৰ্তন, পদ-৭৪৬

ইয়াত জ্ঞানপন্থী উপমেয়ৰ কাৰ্যক পত্তান বনা লোকৰ উপমানাৰে অসম্ভৱ প্ৰতিপন্ন কৰি তোলা হৈছে।

(খ) বিৰোধ মূলক অলংকাৰ—[২১] বিৰোধ—যেতিয়া দুটা বস্তুক আপাত দৃষ্টিত পৰস্পৰ বিৰোধীযেন লাগে অথচ তাৎপৰ্যত সেই বিৰোধৰ অৱসান হয়—তেতিয়াই তাত বিৰোধ অলংকাৰে ভূমুকি-মাৰে। যেন—

চান্দ চন্দন মন্দ মলয় সমীৰে।
কেশৱ বিনে বিষ বৰিষে শৰীৰে ॥ বৰগীত নং-৩

চন্দ্ৰ, চন্দন আৰু মলয়াই গা শীতল কৰাৰ বিপৰীতে বিষ ঢলাটো বিৰোধী কথা, কিন্তু কেশৱ অবিহনে এনে হোৱাত ই বিৰোধ অলংকাৰত পৰিণত হ'ল।

[২২] বিভাৱনা—অকাৰণ কাৰ্যৰ উৎপত্তি হ'লে তাক বিভাৱনা বোলে। যেনে—

খাল পাতি বিকট যোগিনী কুৰ মাৰি।
অনাধাৰে আগতে পৰয় বুক ভাগি ॥
ক হ. কা. পদ—৪৭১

ইয়াত যোগিনীবুৰা আৰু বুক ভাগি পৰাৰ কাৰণ অজ্ঞাত।

(গ) শৃংখলা অলংকাৰ—(২৩) সাৰ—বৰ্ণিত কথাবস্তুৰে উৎকৰ্ষৰ

(৩১) কৰিণী হৰণকাব্য, পদ—৫১৮

স্বৰা উৎকৰ্ষতবলৈ উত্তৰণ কৰিলে সাৰ অলংকাৰ হয়। যেনে—

যিজনে যায় হৰিনাম সেৰি।
পাচুত ফুৰৈ যুত দেৱ দেৱী॥
সমস্ত তীৰ্থ তাক স্তুতি কৰৈ।
তাৰ বায়ু তাপ সম্পূৰ্ণ হৰৈ॥ কীৰ্তন, পদ—২২৫২

হৰিনামলোৱা জনৰ পাচে পাচে দেৱ দেৱী আৰু তীৰ্থ ফুৰা বোলোতে নামলোৱা ভকতৰ গুৰুত্ব উৰ্ধৰ পৰা উৰ্ধতৰলৈ গতি কৰিছে।

(ঘ) ন্যায়মূলক অলংকাৰ-(২৪) অৰ্থান্তৰন্যাস—সামান্যৰ দ্বাৰা বিশেষ, বিশেষৰ দ্বাৰা সামান্য কাৰ্যৰ দ্বাৰা কাৰণ নাইবা কাৰণৰ দ্বাৰা কাৰ্য সমৰ্থিত হ'লে তাক অৰ্থান্তৰন্যাস ৰূপে জনা যায়। উদাহৰণ স্বৰূপ

— প্ৰমাদত থাকি যিটো হৰি বোলৈ
সিয়ো সবে দুখ তৰৈ।
যেন মহৌষধি নজানি ভুঞ্জিকে
তাৰো গৰ্ভৰোগ হৰৈ॥ অজামিলোপাখ্যান পদ, ১৮৭

প্ৰমাদেৰে হৰিক চিন্তিলেও মুক্তি পায়—এয়া সামান্য উক্তি— ইয়াৰ সমৰ্থনত মহৌষধি খালে গৰ্ভৰোগ ভাল হয়—এই দ্বিতীয় উক্তিটো দিয়া হৈছে।

[২৫] পৰিকৰ—বিশেষ অভিপ্ৰায়েৰে বিশেষণৰ ব্যৱহাৰেৰে উক্তি কৰিলে পৰিকৰ অলংকাৰ হয়। যেনে—

শুনিয়ো তুলসী জননী মহাসতী—তুমিসি হৰিৰ প্ৰিয়া।
বন্দো অনুমক্ষ হৈয়া আছো ভেট—ক্ষমা ট সন্নিধান দিয়া॥
সদায় কৃষ্ণৰ চৰণকমলা—তুমি সেৱেৰে পাৰ্কখান।
আঁচোল পাতিয়া—তোমাৰ আগত মাগো আমি স্বামী-
দান॥ (৩১)

গোপীসকলে তুলসীক হৰিপ্ৰিয়া—বিশেষণেৰে বিভূষিত কৰিছে এই কাৰণেই যে 'প্ৰিয়া' হ'লে কৃষ্ণৰ বাঞ্ছিত জানিব—এই অভিপ্ৰায় বুজোৱা,

[২৬] সমুচ্চয়—কাৰ্য সাধনত এটা কাৰণেই যত যথেষ্ট তাত আন কাৰণৰ সমাৱেশ হ'লে সমুচ্চয় অলংকাৰ বোলে। দৃষ্টান্ত—

কৃষ্ণক কৰিলে কিছু নজেলেক কম।
লাজে অপমানে আৰে জুৰি আছে ভেম॥ ব্ৰ হ কা, পদ-৬৪

(৩১) দশম, পদ—১৩১৭

ইয়াত ভেম ধৰাৰ কাৰণ লাগিছ যথেষ্ট—তাৰ লগত অপ-মানবো উল্লেখকৰি মিলিত কাৰণ দৰ্শোৱা হৈছে।

[২৭] স্বভাবোক্তি—বস্তু স্বভাৱৰ যথ যথ অথচ চিত্ৰ চমৎকৃত বৰ্ণনাই স্বভাবোক্তি। যেনে—

একদিনা নন্দ আদি যত গোপগণ।
লৰিল শকট সৱে দেৱ দৰশন॥
চলে কৃষ্ণ সঙ্গে সৱে গোপৰ কুমাৰ।
পাইলা পাছে গৈয়া দেৱী অম্বিকাৰ॥

গমনৰ এই বৰ্ণনা, স্বভাৱজ গুণ এয়া স্বভাবোক্তি অলংকাৰ॥

এনেদৰে দেখা যায় যে শংকৰী সাহিত্য বিভিন্ন শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ দীপ্তিৰ ভাস্বৰ। অৱশ্যে কবিৰ ৰচনাত ব্যৱহৃত সমস্ত অলংকাৰৰ লেখ ইয়াত দিয়া হোৱা নাই—মাত্ৰ কেইবিধ মানৰ উল্লেখহে কৰা হৈছে। (৩৩)

(৩৩) এই অধ্যায়টো যুগুতাওঁতে আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীৰ সাহিত্যদৰ্শন, তীৰ্থনাথশৰ্মাৰ 'সাহিত্য বিদ্যা পৰিক্ৰমা' শ্যামাপদ চক্ৰৱৰ্ত্তীৰ 'অলংকাৰ চন্দ্ৰিকা' বিশ্বনাথ কবিৰাজৰ সাহিত্যদৰ্পন' গ্ৰন্থৰ উপৰি বিশেষৰ হাজ-বিকাৰ শংকৰদেৱৰ সাহিত্যত অলংকাৰ (শংকৰী সংস্কৃতিৰ অধ্যয়নৰ অন্তৰ্ভুক্ত) আৰু প্ৰেমাংশুপ্ৰৱন উপাধ্যায়ৰ শব্দালংকাৰ আৰু কবিতাত ইয়াৰ প্ৰয়োগ (সাহিত্যৰ কথাৰ, অন্তৰ্ভুক্ত) প্ৰবন্ধ দুটিবো বিশেষ ভাবে সহায় লোৱা হৈছে।

॥ শংকৰী সাহিত্যত ৰস ॥

প্ৰচাৰধৰ্মী মনোবৃত্তিৰ মহাপুৰুষ শংকৰদেৱে বিভিন্ন গ্ৰন্থ ৰচনাত প্ৰবৃত্ত হ'লেও ৰস সৃষ্টিৰ উদ্দামবাসনা তেওঁ মনৰ মণি-কোঠাৰ পৰা পৰিত্যাগ কৰিব পৰা নাছিল—কোনোদিনে। 'কাঠা-ৰক ভায় কথাৰ আশয় দিলো কিছু কাব্য ৰস/অবিচাৰি তাক হঠাতে আমাক নিন্দিবাহা অপযশ। (১) নাইবা 'বুজি অভি-প্ৰায দিলো ঠাই ঠাই কিছু কাব্যৰস যিবা/অবিচাৰি তাক হঠাতে আমাক নিন্দাবাণী নুবুলিবা।' (২) প্ৰভৃতি পংক্তিমালাই উপ-যুক্ত যুক্তিত শাণদিয়ে। চোবাত ক'বলৈ হ'লে, সহৃদয়-হৃদয়-সংবাদী ভাবাই আলংকাৰিকৰ পৰিভাষাত ৰস। ই সংবেদনাত্মক উপলব্ধিৰ অনিৰ্বচনীয় আনন্দ বা অনুভূতি। নাট্যশাস্ত্ৰকাৰ ভৰত-মুনিয়ে ৰস-নিষ্পত্তিৰ সূত্ৰ দিবলৈ কয়—'ৰসভিন্ন কোনো বিষয়েই প্ৰৱৰ্তিত নহয়। তাত বিভাৱ, অনুভাৱ আৰু সঞ্চাৰীভাৱৰ সংযোগত ৰস-নিষ্পত্তি হয়।' (৩) আচাৰ্য মম্মট ভট্টই 'কাব্য প্ৰকাশত স্পষ্টভাৱে উল্লেখ কৰিছে—লৌকিক জগতত যি ৰতি প্ৰভৃতি স্থায়ী ভাৱৰ কাৰণ, কাৰ্য বা সহকাৰী, সেয়ে যদি কাব্য আৰু নাটত বৰ্তমান থাকে আৰু সেয়ে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱৰূপে কথিত হয়, সেই স্থায়ী ভাৱাদিৰ দ্বাৰা ব্যক্ত স্থায়ী ভাৱেই ৰস।' (৪)

ভৰতমুনিয়ে ৰতি, হাস, শোক, ক্ৰোধ, উৎসাহ, ভয়,

(১) হৰিশ্চন্দ্ৰ উপাখ্যান, পদ—৬১৩ (২) অমৃত-মথন, পদ—৩১১
(৩) নহি ৰসাদৃতে কশ্চিদৰ্থঃ প্ৰবৰ্ত্তত। তত্ৰ বিভাৱানুভাৱ ব্যভিচাৰি সংযোগাদ্ ৰসনিষ্পত্তিঃ। —নাট্যশাস্ত্ৰ, ৬।৩৪ (৪) কাৰণান্যথ কাৰ্যাণি সহকাৰীণি যানি চ। ৰত্যাদেঃ স্থায়িনো লোকে তানি চেন্নাট্য কাব্যয়োঃ ॥ বিভাৱা অনুভাৱাস্তু কথ্যন্তে ব্যভিচাৰিণঃ। ব্যক্তঃ স তৈ বিৰ্ভাৱাদ্যৈ স্থায়ী ভাৱো ৰসঃ স্মৃতঃ। কাব্য প্ৰকাশ, ৪।২৭-২৮

জুগুপ্সা আৰু বিস্ময় এই আঠোটা স্থায়ীভাৱ (৫) স্বীকাৰ কৰি শৃংগাৰ হাস্য কৰুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক বীভৎস আৰু অদ্ভুত নামৰ ৰসৰ (৬) অস্তিত্ব মানি লৈছে। পাছত সমস্ত স্থায়ীভাৱৰ সৰ্বদা দি শান্তকো ৰসৰ অন্তৰ্ভুক্ত কৰা হ'ল। (৭) মধ্যযুগীয় ভক্তি আন্দোলনৰ লগে লগে কাব্যকৰ্মত এক প্ৰকাৰ নতুন ৰসৰ সংযোজন ঘটিল। সেয়া হ'ল ভক্তিৰস। ত্ৰয়োদশ শতাব্দীৰ মহাৰাষ্ট্ৰীয় পণ্ডিত বোপদেৱে ভক্তিৰসৰ সন্দৰ্ভত কৈছে: ব্যাসাদিৰ দ্বাৰা বৰ্ণিত বিষ্ণু বা বিষ্ণুভক্তৰ সৰ্বৰসাত্মক চৰিত্ৰৰ শ্ৰৱণাদিৰ দ্বাৰা যি চমৎকাৰ জন্মে, সেয়ে ভক্তিৰস। (৮) ৰূপ গোস্বামীকৃত 'ভক্তিৰসামৃত সিন্ধু' গ্ৰন্থত ভক্তিৰসক মুখ্য আৰু গৌণ দুটি উপবিভাগত ভগাই মুখ্য ভক্তিৰসক শান্ত, প্ৰীত, প্ৰেয় বাৎসল্য আৰু মধুৰ এই পাঁচোটা ভাগত বিভাজিত কৰিছে। একেদৰে গৌণ ভক্তিৰসকো হাস্য, কৰুণ, অদ্ভুত, বীৰ, ৰৌদ্ৰ, ভয়ানক আৰু বীভৎস এই সাতোটি উপশাখাত বিভাজিত কৰাটো উল্লেখনীয় কথা। বিষ্ণুপ্ৰাণ শংকৰদেৱৰ সাহিত্যতো ভক্তিৰসৰ মন্দাকিনী ধাৰা প্ৰচণ্ড বেগত প্ৰবাহিত হোৱা সহজে চকুত পৰে। তলত শংকৰদেৱৰ ৰস-সন্ধানী লেখাত বিভিন্ন ৰসৰ কোনভাৱে আস্বাদন যোগ্য বা ভোগ্য হৈছে তাৰ এটি আভাস দিবৰ প্ৰযত্ন কৰা হ'ল।

(ক) আদি বা শৃংগাৰ— শৃংগাৰ শব্দই (শৃংগ = কামোদ্ৰেক আৰু আৰ আগমন) কামোদ্ৰেক আগমনৰ কাৰণে স্ত্ৰী পুৰুষৰ যি অৱস্থা বিশেষ হয়—সেয়ে শৃংগাৰ ৰূপে অভিহিত হয়। সম্ভোগ আৰু বিপ্ৰলম্ভ—শৃংগাৰ ৰসৰ এই দুই ভাগ।

'নায়ক-নায়িকাৰ সুখ স্পৰ্শময় দৰ্শন আলিংগন চুম্বনাদিযুক্ত যি মিলিত অৱস্থা সেয়ে কাব্য-নাট্যৰ ক্ষেত্ৰত সম্ভোগ শৃংগাৰ (৯) দৃষ্টান্ত স্বৰূপ 'ৰুক্মিণী হৰণ নাট'ৰ [illegible]

(৫) ৰতিৰ্হাসশ্চ শোকশ্চ ক্ৰোধোৎসাহৌ ভয়ং তথা। জুগুপ্সা বিস্ময়শ্চেতি স্থায়িভাৱাঃ প্ৰকীৰ্তিতাঃ ।—নাট্যশাস্ত্ৰ, ৬।১৮ (৬) শৃংগাৰহাস্যকৰুণা-ৰৌদ্ৰবীৰ-ভয়ানকাঃ। বীভৎসাদ্ভুত সংজ্ঞৌ চেত্যষ্টৌ নাট্যে ৰসাঃ স্মৃতাঃ। নাট্যশাস্ত্ৰ ৬।১৬

(৭) ন যত্ৰ দুঃখং ন সুখং ন দ্বেষো নাপি মৎসৰঃ সমঃ সৰ্বেষু ভূতেষু স শান্তঃ প্ৰথিতো ৰসঃ। নাট্যশাস্ত্ৰ, ৬।১০৬ (৮) মুক্তাফল একাদশ অধ্যায়। (৯) দৰ্শনালিংগন [illegible] [illegible] ভাৱঃ সম্ভোগ ঈৰ্যতে।

মুহহেৰি, হেৰি কৰত, কানু কেলি'। (১০) আৰু 'ৰাম-বিজয় নাট'ৰ 'কৰত সুৰত মত্ত মাতংগ গামিনী কামিনী যামিনী যাই" (১১) গীত শুনালে আঙুলিয়াব পাৰি।

'নায়ক-নায়িকাৰ বিয়োগ অৱস্থাৰ উপস্থিতিৰ পৰা ৰতি ভাৱক লৈ যি ৰস অভিব্যক্ত হয় তাক বিপ্ৰলম্ভ শৃংগাৰ বোলে। ইয়াৰ পাঁচোটা উপ বিভাগ আছে পূৰ্বৰাগ, বিৰহ, ঈৰ্ষা, প্ৰবাস আৰু দৈব-দুৰ্বিপাক-জনিত। প্ৰকৃত মিলনৰ পূৰ্বে পৰস্পৰ দৰ্শন প্ৰভৃতিৰ পৰা নায়ক-নায়িকাৰ সমুচিত সঞ্চাৰী ভাৱ আৰু অনু-ভাৱৰ দ্বাৰা পুষ্ট মিলন ইচ্ছাময় যি ৰতি—সেয়ে পূৰ্বৰাগ। (১২) যনে—

বামক চৰিত্ৰ শুনিয়ে কুমাৰী
ভেলি পুলক তনু ভেকন আকুল
কমল নয়ন ঝুৰে বাৰি।
ৰামক চৰণ চিন্তুথিৰ চিন্তিয়ে
নয়না মুদি ৰহু মাই।
প্ৰেম-পৰশ ৰস ৰাজনন্দিনী, ঘৈচ
মানস অমিয়া ঝৰাই॥ (ৰামবিজয়, পৃ-১০)

বিভিন্ন কাৰণত নায়ক-নায়িকাৰ মিলন ব্যাহত হলেই সি বিৰহৰ পৰ্য্যায়ভুক্ত হয়। নিদৰ্শন স্বৰূপ—

হা হৰি হা হৰি কৰয় কামিনী, মিলি
বিবিন্দা বিপিন বিচাৰি।
ঘনঘন মুৰুছি পৰয় ধৰ, বালা
দশদিশ, পেখ অন্ধকাৰি॥
প্ৰাণ গোপাল পিট্ট বিৰহে নাহি ৰহ জীউ
বিৰহ দহনু দাহে প্ৰাণ॥ (কেলিগোপাল, পৃ-৭)

আনৰ প্ৰতি আসক্ত হোৱা শুনি পাই নায়ক বা নায়িকাই এজনে আনজনৰ ওপৰত দেখুওৱা যি অভিমান বাঞ্ছিত ভাৱেই ঈৰ্ষা। 'পাৰিজাত হৰণ' নাটৰ 'সতিনীক উদয়ে হৃদয়ে দেহে আগি' (পৃ-৭) গীতটো ইয়াৰ সুন্দৰ নিদৰ্শন।

প্ৰবাস জনিত বিপ্ৰলম্ভ শৃংগাৰৰ দৃষ্টান্ত আমি 'গোপী-উদ্ধৱ সংবাদ'ত বিচাৰি পাওঁ। 'কংস বধৰ "কৃষ্ণ কৃষ্ণ" বুলি গোৰ্ডি দেয়।

(১০) পৃঃ—২৫, (১১) পৃ—১৮ (১২) ৰতি ৰা সংগমাৎ পূৰ্ব, দৰ্শন শ্ৰৱণাদিজা। তয়োৰুন্মীলতি প্ৰাজ্ঞ পূৰ্বৰাগ স উচ্যতে॥

আমাৰ প্ৰাণক কোনে নেই। ক্ৰুৰ অক্ৰুৰ ভৈল বৈৰী। জীৱ কাটি নেই কেন কৰি। (পদ ১০৫৫, আদিত দৈৱ-দুৰ্বিপাক জনিত বিপ্ৰলম্ভ শৃংগাৰৰ জিলিঙনি দেখা।

(খ) হাস্যৰস—ভৰতৰ মতে শৃংগাৰ ৰসৰ অনুকৰণ কৰা আভাসেই হাস্য (১৩) ইচ্ছাৰ লগত অৱস্থাৰ নাইবা কথাৰ লগত কাৰ্যৰ অসংগতি হলেই হাস্যৰসৰ উৎপত্তি হয় (১৪) শংকৰত অবহেলা বা ঘৃণাৰ স্থান নাই। (১৫) হৰিশ্চন্দ্ৰ উপাখ্যানত আন আন ৰসৰ লগত হাস্যৰস সহাবস্থান কৰাটো সৰ্বাগ্ৰে উল্লেখনীয়। হৰিশ্চন্দ্ৰৰ যজ্ঞৰ পাচত দান নিওঁতা অসংখ্য দৰিদ্ৰ ব্ৰাহ্মণৰ ভোজন আৰু দান গ্ৰহণৰ যি আমোদজনক চিত্ৰ আঁকিছে—তাত আমি হাস্যৰসৰ স্ফুৰণ দেখো। ৰুক্মিণী হৰণ কাব্য আৰু নাটত বেদনিধি চৰিত্ৰৰ যোগেদি হাস্যৰসৰ যোগান ধৰা লক্ষণীয় কথা। 'কাতৰ হৈ আছন অন্যায় দেৱাদি দগ্ধ মহাদেৱৰ মোহিনী ৰূপত মুগ্ধ হৈ 'কান্ধ বাউল ধৰি কদম্ব বৃক্ষক নচাই' আদি বৰ্ণনাই লঘু হাস্যৰ সৃষ্টি কৰে। যোগেশ্বৰৰ হাস্যোদ্দীপক অনুৰূপ বৰ্ণনা 'অমৃত মথন'ৰ শম্ভুৰ সয়ম্বৰ সভাত লক্ষ্য কৰো। পাৰিজাত হৰণ নাটত টটকী। নাৰদৰ চৰিত্ৰই নিৰ্মল হাস্যৰসৰ যোগান ধৰে। এই নাটৰ ইন্দ্ৰ আৰু শচীৰ বাক বিতণ্ডাত বহুতে হাস্যৰস আস্বাদন কৰে। ৰুক্মিণীৰ ভূবন মোহন ৰূপ নিৰেখি স্বয়ং ব্ৰহ্মা কামমোহিত হোৱা আৰু কুশস্থিকা কালত সীতাদেৱীৰ ৰূপত বৃদ্ধ বিপ্ৰগণ [illegible] হোৱা বৰ্ণনায়ো হাস্যৰ যোগান ধৰে।

(গ) কৰুণ ৰস—এইসব ৰসবাজীৰ মাজত কৰুণ ৰস সৰ্বৰসৰ আকৰ স্বৰূপ। এক কৰুণ ৰসেই হেতুৰ ভিন্নতাৰ কাৰণে ভিন্ন ভিন্ন হৈ নানা ৰূপত পৰিণত হয়। (১৬) মৃত বা চিৰকালৰ কাৰণে বিযুক্ত প্ৰিয়জনক অৱলম্বন কৰি শোক ভাবটি আলম্বনাদিৰ

---

(১৩) শৃংগাৰানুকৃতিৰ্যাতু স হাস্যস্তু প্ৰকীৰ্তিতঃ। (১৪) গ্ৰীক সমীক্ষক এৰিষ্টটলৰ মতে হাস্যৰ সংজ্ঞা—Some defect or ugliness which does not imply pain (১৫) ভলটেয়াৰৰ বাণীত ইয়াৰ প্ৰতিধ্বনি আছে—loughter always arises from a gaiety of disposition absolutely imcompatible with contempt and in dignation (১৬) একোৰস কৰুণ এৱ নিমিত্ত ভেদাৎ। ভিন্ন পৃথক পৃথগিবাশ্ৰয়তে বিৱৰ্তান্। উত্তৰ ৰাম চৰিত।

দ্বাৰা উদ্দীপিত হৈ ৰোদনাদি অনুভাৱৰ দ্বাৰা ভাৱনা পালেই সি করুণৰসত পৰিণত হয়। গুৰুজনাৰ অনূদিত উত্তৰাকাণ্ড ৰামায়ণৰ বিভিন্ন স্থানৰ উপৰি হৰিশ্চন্দ্ৰ উপাখ্যানৰ সৰ্বাধিক স্থানত, 'কালিদমনৰ নাগপত্নী সকলৰ করুণ ক্ৰন্দনত আৰু গোপীবিৰহৰ বৰ্ণনাসমূহত (বৰগীতৰ ৩২ নং আৰু ৩৩ নং দুটিও চাবলগীয়া') করুণ ৰসৰ গভীৰতা সহজে উপলব্ধি কৰিব পাৰি।

(ঘ) 'ৰৌদ্ৰৰস— বৈৰী আদিক আলম্বন কৰি ক্ৰোধভাৱ বৈৰিকৃত অপকাৰ আদিৰ দ্বাৰা উদ্দীপিত, তৰ্জন গৰ্জন কম্পন আদিৰ দ্বাৰা অনুভাৱিত, আৰু গৰ্ব অমৰ্ষ আদিৰ দ্বাৰা সঞ্চাৰিত হৈ সামাজিকৰ দ্বাৰা আস্বাদিত হয়, তাৰ নাম ৰৌদ্ৰৰস।' (১৭) বীৰ আৰু ৰৌদ্ৰৰস অংগাংগী ভাৱে থাকে—বহু সময়ত ইটোৰপৰা সিটোলৈ ৰূপান্তৰিত হয় মাথোঁ। 'কীৰ্তন'ৰ জৰাসন্ধ যুদ্ধ আৰু শ্যমন্ত হৰণ অধ্যায় দুটিৰ উপৰি 'ৰুক্মিণীহৰণ' কাব্যত নিজ পক্ষৰ নৃপতিমণ্ডলীৰ ছত্ৰভংগৰ পাচত ৰুক্মীৰ কৰা তৰ্জন গৰ্জনত ৰৌদ্ৰ ৰসৰ বিকাশ মন কৰিবলগীয়া।

(ঙ) বীৰ ৰস—উৎসাহ নামৰ স্থায়ী ভাৱটি উপযুক্ত বিভাৱ অনুভাৱ আদিৰ দ্বাৰা উদ্দীপিত হৈ আস্বাদনৰ যোগ্য হলেই সি বীৰ ৰস আখ্যা পায়। ৰুক্মিণীহৰণ, অমৃতমথন, বলিছলন আদিৰ যুদ্ধাদিৰ বৰ্ণনাত বীৰ ৰসৰ স্ফুৰণ ঘটিছে।

(চ) ভয়ানক ৰস—ভয়লগা বস্তুৰ অৱলম্বনত ভয় ভাৱৰ উদ্দীপন কৰি ত্ৰাসাদিৰ দ্বাৰা তাক সঞ্চাৰিত কৰিব পাৰিলেই ভয়ানক ৰসলৈ ৰূপান্তৰিত হয়। 'প্ৰহ্লাদ চৰিত্ৰ'ৰ নৰসিংহৰ দ্বাৰা হিৰণ্যাক্ষ বধৰ চিত্ৰটি ভয়ানক ৰসৰ সুন্দৰ নমুনা—

তপ্ত সুৱৰ্ণৰ বৰ্ণ জ্বলে চক্ষু দুই।
পৰ্বত সমান কায়া আছে ঋগ চুই॥
শৰীৰৰ লোম চন্দ্ৰসম শুক্লবৰ্ণ।
তুলি আছে উৰ্ধক স্তব্ধ দুই কৰ্ণ॥ ৭০৩

× × ×

বহল হৃদয় দীৰ্ঘ গ্ৰীৱা কৃশ কটি।
জিহ্বা মেলি আছে দুই দশন প্ৰকটি। ৪০৫
হেন দেখি দৈত্যেন্দ্ৰ মনত গুণে ভৰি।
অহ্মাক বধিবে হৰি আইল মায়া কৰি॥

(১৭) মনোৰঞ্জন শাস্ত্ৰী সাহিত্য দৰ্শন, পিঠি—২০৪

(ছ) অদ্ভুত ৰস—অস্বাভাৱিক বস্তুৰ অৱলম্বনত বিস্ময় ভাৱটিৰ শিহৰণ, স্তম্ভন আদিৰে অনুভাৱিত কৰি চিন্তাদিৰে সঞ্চাৰিত কৰিব পাৰিলেই অদ্ভুত ৰসত পৰিণত হয়। শংকৰী সাহিত্যত এইবিধ ৰসৰ অভাৱ নাই—এটি মাথোন উদাহৰণ দিয়া হ'ল

গৃহত পাইলেক যত জৰী। এহিমন্তে বুৰিয়া সুন্দৰী॥
উড়ুখলে এৰে বান্ধে চাপি। নাটে দুই আংগুল তথাপি॥ ৭০১
হেন দেখি হাসে গোপীগণে। যশোদা বিস্ময় হৈলা মনে॥
—কীৰ্ত্তন।

(জ) বীভৎস ৰস -ঘিণ লগা বস্তুৰ অৱলম্বনত জুগুপ্সা ভাৱটি উদ্দীপিত কৰি অনুভাৱ আৰু সঞ্চাৰী ভাৱেৰে পৰিস্ফুট কৰি আস্বাদনৰ উপযোগী কৰিব পাৰিলেই সি বীভৎস ৰস ৰূপে স্বীকৃতি পায়। 'অজামিলোপাখ্যান'ৰ নৰকৰ বীভৎস বৰ্ণনাত এইবিধ ৰস আত্মপ্ৰকাশ কৰিছে।

(ঝ) শান্ত ৰস—নিৰ্বেদ বা শম ভাৱটি উপযুক্ত অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ দ্বাৰা ভাৱনা পালে সি শান্ত ৰস ৰূপ জ্ঞাত হয়। পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীদেৱে শান্তৰসৰ 'আস্বাদিত ভাৱ'টিৰ পাঁচোটা অৱস্থাত বিভাজিত কৰি যি দৃষ্টান্ত দাঙি ধৰিছে সেই আটাই কেইটাই শংকৰী সাহিত্যৰ (১৮) যেনে—

(ঝ ১) ভাৱোদয়— আগক নৰাঢে ভৰি বিবৰ্ণ বদন।
ৰামত জনাইলা দুৰ্বাসাৰ আগমন॥
চিন্তায় মৰিল ৰাম লক্ষ্মণক দেখি।
আথে বেথে পঠাইলন্ত কালক উপেখি॥ (১৯)

(ঝ, ২) ভাৱস্থিতি—বহ্নিৰ সংযোগে যেন উথলয় ঘৃত।
দুঃসহ মদন শৰে জৰ্জ্জৰিত চিত॥
এৰ্কা নোদেখন্ত কামাতুৰ ভৈলা হৰ।
কন্যাক ধৰিবে মনে দিলন্ত লৰৰ। (২০)

(ঝ, ৩) ভাৱ শান্তি—ঋষিৰ মূৰ্ত্তিক দেখি ৰাঘৱ শংকিত।
কৰিলা প্ৰণাম প্ৰভু পৰিয়া ভূমিত॥
কৃতাঞ্জলি বোলন্ত সুমৰি ধৰ্ম্ম ধৰ্ম্ম।
আজ্ঞা কৰিয়োক মোক সাধো কোনকৰ্ম্ম॥ (২১)

---

(১৮) সাহিত্য দৰ্পণ—পিঠি ২১৩—২১৬, (১৯) উত্তৰাকাণ্ড ৰামায়ণ, পদ—৫৩৩ (২০) হৰমোহন, পদ—৫৫১ (২১) উত্তৰাকাণ্ড, পদ ৬৫৯

সম্পত্তি এব এক হিচাবে কনিষ্ঠতম সর্বভাৰতীয় সাধু আর্যভাষা। (৬) তেওঁৰ দৃঢ় অভিমত এই যে বিদ্যাপতি প্রমুখ্যে মৈথিল কবি গোষ্ঠীৰ পদাৱলীৰ অনুকৰণত ব্রজাৱলীৰ বিকাশৰ বুৰঞ্জী কথনৰ প্রচেষ্টা সম্পূর্ণ ভ্রমাত্মক।

মৈথিলী ৰাজস্থানী, গুজৰাটী, বঙলা প্রভৃতি ভাষাসমূহে নবীনতাৰ ফালে আগবাঢ়ি আহোঁতেও দৰবাৰী সাহিত্য বিশেষকৈ পদাৱলী সাহিত্যত অবহট্‌ঠ ভাষাৰ জনপ্রিয়তা সহজে চকুত পৰে। মিথিলাত ব্রজাবলী ভাষাৰ প্রথম নিদর্শন পাও- চতুর্দশ শতিকাৰ প্রাৰম্ভৰ কবি উমাপতি ওঝাৰ লেখাত। পঞ্চদশ শতকৰ কবি বিদ্যাপতিৰ লেখাত ইয়াৰ পূর্ণবিকশিত ৰূপ সংৰক্ষিত হৈছে। উৰিষ্যাৰ নৃপতি প্রতাপচন্দ্রৰ সচিব প্রধান ৰামানন্দ ৰায়ে নাটকৰ লগতে যে ব্রজাৱলীত গীতো ৰচিছিল—তাৰ প্রমাণ কৃষ্ণ দাস কবিৰাজৰ 'চৈতন্য চৰিতামৃত'ত উদ্ধৃত গীত বিশেষ। (৭) বংগদেশৰ সর্ব-প্রাচীন ব্রজাৱলী গীতটি ৰচে হুচেনচাহৰ কর্মচাৰী যশোৰাজ খানে।

অধিকাংশ পণ্ডিতৰ ধাৰণামতে ব্রজাৱলী এটা কৃত্রিম ভাষা। (৮) ইয়াত অন্ততঃ তিনটা ভাষাৰ মিশ্রণ অৱশ্যম্ভাৱী। কালিৰাম মেধিয়ে ভাবে যে ব্রজাৱলী এটা কৃত্রিম ভাষা হলেও ইয়াক এটা কথিত ভাষাৰ ওপৰত ভেঁটি কৰিহে সৃষ্টি কৰা হৈছিল। (৯) কিয়নো বুনিয়াদ বিহীন ভাবে কোনো ভাষাৰে বিকাশ সাধিত নহয়। মেধিৰ মতে মথুৰা অঞ্চলৰ উপভাষাই ব্রজাৱলীৰ মূল ভেটি। (১০) ড কৃষ্ণ নাৰায়ণ প্রসাদ 'মাগধে' আনগাতে ক'ব'ল বিচাৰে যে যি সময়ত ভাৰতৰ পূর্বাঞ্চলত মাগধীৰ পৰা উৎপত্তি হোৱা মগহী, মৈথিলী অসমীয়া বঙলা আৰু উৰিয়া ভাষাই স্বকীয়া ৰূপত বিকাশৰ পথেদি অগ্রসৰ হৈছিল, ঠিক সেই সময়তে তাৰ সমান্তৰাল ভাবে সৰ্বভাৰতীয় শৌৰসেনীৰ মাগধী প্রভাবান্বিত

(৬) সুকুমাৰ সেন—বিশ্বভাৰতী পত্রিকা, কাত্তিক পৌষ, ১৩৬২ সাল, পিঠি ১৭৫ (৭) সুকুমাৰ সেন- বৈষ্ণবীয় নিবন্ধ, পিঠি ১৬ (৮) সুকুমাৰ সেন -ভাষাৰ ইতিবৃত্ত, ৭ম সং পিঠি ২৬০ বিৰিঞ্চি কুমাৰ বৰুৱা—ষ্টাডিজ ইন আৰ্লী আচমিজ লিটাৰেচাৰ ১৯৫৩, পিঠি ৯৮, বাণ চন্দ্র মহন্ত—মহাপুৰুষ শংকৰদেব, ১৯৬৪ পিঠি ২৬২

(৯) কালিৰাম মেধি-অংকাৱলী, ভূমিকা--২৭ (১০) মেধি ঐ, পিঠি-২৮

ৰূপত ব্ৰজাৱলীয়ে আত্মবিকাশ কৰিছিল। (১০ক) সেই কাৰণেই একেজনা কবিয়ে কোনো কোনো লেখা সৰ্বভাৰতীয় কাব্যভাষাৰ অংগ ব্ৰজাৱলীত আৰু কোনো কোনো ৰচনা প্ৰাদেশিক ভাষাত প্ৰকাশ কৰিছিল।

অসমীয়া ব্ৰজাৱলীক সম্পূৰ্ণ কৃত্ৰিম ভাষা বুলিব নোৱাৰি। 'ইয়াৰ ভিত্তি হৈছে চৰ্যাপদৰ ভাষাই প্ৰতিনিধিত্ব কৰা পূৰ্ব প্ৰচলিত সাহিত্যিক ভাষাটোৱে। তাৰ পৰম্পৰা পূৰ্ববৰ্তী লেখকসকলৰ ৰচনাৰ মাজেৰে চলি আহিছিল'। (১১) সেইকাৰণেই ইয়াক 'গ্ৰামীন লোকে'ও বুজাত বিশেষ অসুবিধা নাপাইছিল। (১২) আমবাৰী শৈলালেখ (১১৫৪ শক) আৰু গছতল স্তম্ভলিপিৰ (১২৮৪ শক) পাঠে প্ৰাক-শংকৰ কালীন ব্ৰজাৱলী ভাষাৰ বৈশিষ্ট্য প্ৰদৰ্শন কৰে। (১৩) অসমীয়া ব্ৰজাৱলী ভাষাৰ বৈশিষ্ট্য উল্লেখনৰ প্ৰচেষ্টা বৰ্তমান প্ৰবন্ধত নকৰি (১৪) শংকৰদেৱৰ ব্যৱহৃত পুৰণি অসমীয়া ভাষাৰহে দুই-এটি বৈশিষ্ট্য তলত উল্লেখ কৰিলোঁ। কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' (১৯৩৬) আৰু ড বাণীকান্ত কাকতিৰ "আচামিজ ইটচ ফৰ্মেচন এণ্ড ডেভলপমেণ্ট" গ্ৰন্থ দুখন আলোচনাৰ আধাৰত বৰ্তমানৰ নিবন্ধটি প্ৰস্তুত কৰা হৈছে।

---

(১০ক) শংকৰী সংস্কৃতিৰ অধ্যয়নৰ অন্তৰ্ভুক্ত ব্ৰজাৱলী অংকীয়া নাট আৰু বৰগীতৰ ভাষা পিঠি ৭২ (১১) উপেন্দ্ৰ নাথ গোস্বামী ভাষা আৰু সাহিত্য ৩য় স পিঠি ৮১ (১২) ব্ৰজবাসী ভাষাক বুজিবে গ্ৰামী লোক' এই বিবৰণৰ বাবে ৰাজমোহন নাথৰ কালিয়-দমন নাটৰ ভূমিকা দ্ৰষ্টব্য।

(১৩) আমবাৰী শৈল লিপিৰ পাঠ--'আদিত্য সম শ্ৰীসমুদ্ৰ পাল বাজ্যে প্ৰবল সবাসিক সত্ৰ সগুণ কৃয়া। সন্যাসীণ বোলে দান পুইঞে সত্ৰ। যোগীহাতী। সক ঈস বান চক্ৰ। মুচ ভণতি। গছতল শিলা-লিপিৰ পাঠ-- শিমা এৰিয়া ৰবন ভবকাক গম্নত। ১২৮(৪) বেদান্ত ৰাশি গণন। ইতি শ্ৰী বিষ্ণু বাসধৰ শৈলকাৰ। সকত স্নেহ ইথনি উবাস। বেখহ সত্য ত্ৰিব বইবী বডাল বহু কাৰ্য(ত) ইহাত ফণু। বহাথ জল। তোসন্ত সাকাত যাসা। দি জল শ্ৰী। শক্ৰ কাৰ্য্য বাদা বোল। জনসেবাই বৈৰীক ভাধি অন্ত কুল খলাতি।

(১৪) লেখকৰ প্ৰকাশ গামী ব্ৰজাৱলী' ভাষা আৰু সাহিত্যৰ ৰূপৰেখাত ইয়াৰ বহল আলোচনা পাব।

শংকৰদেৱৰ দ্বাৰা ব্যৱহৃত প্ৰাচীন অসমীয়া ভাষাত অধিকাংশ সংস্কৃত স্বৰধ্বনিৰ প্ৰয়োগ হলেও হ্ৰস্ব ই উ আৰু দীৰ্ঘ ঈ, ঊৰ পাৰ্থক্য হীনতা বহুক্ষেত্ৰত ধৰা পৰে। ঋ ৰ উচ্চাৰণ ৰি' ৰূপে আৰু অইৰ উচ্চাৰণ ঐ ৰূপে (চৈত্ৰ>চৈত) হোৱা দেখা যায়। ইয়াৰ উপৰি সংস্কৃত স্বৰধ্বনি সমূহৰ ভাঙেখিনি, পৰিবৰ্তন, পৰিবৰ্ধন আৰু বিপ্ৰকৰ্ষনো গুৰুজনাৰ ভাষাত সংৰক্ষিত হৈছে। দৃষ্টান্ত স্বৰূপ [ক] সংস্কৃত অ ধ্বনিৰ আ লৈ সম্প্ৰসাৰণ হৰিদ্ৰা> হালধি (দ ১১৪) অসুস্থ>আসুখ (দ ১০৬) [খ] সংস্কৃত আ ধ্বনিৰ অ লৈ সংকোচন বাতাস>বতাস (দ' ৭৮) পতাকা>পতকা (দ ১৪৪), [গ] অ ধ্বনি এ লৈ পৰিবৰ্তন—ধনুস>ধেনু [ঘ] ঊ উ লৈ পৰিবৰ্তন মূৰ্তি>মুৰতি [ঙ] বিপ্ৰকৰ্ষ ভকি>ভকতি (দ ১৩০), যুক্তি>যুগুতি (দ ২০৫) [চ] স্বৰাগম আৰক>আৰকত (ক হ কা ১১) [ছ] আদি স্বৰলোপ অভ্যন্তৰ>ভিতৰ (দ ১৯) ইত্যাদি

ব্যঞ্জন বৰ্ণৰ ভিতৰত দন্ত্য আৰু মূৰ্ধণ্য বৰ্ণৰ শিথিল কৰণ চ আৰু ছ ৰ ধ্বনিসাম্য শ, স আৰু ষ ৰ ভিতৰং স ৰ প্ৰয়োগাদিকাৰ উপৰি ধ্বনিৰো চ আৰু হ ধ্বনিলৈ পৰিবৰ্তিত হোৱা সহজে লক্ষণীয়। ক্ষ ধ্বনি কেতিয়াবা কেতিযাবা খ লৈ ৰূপান্তৰিত হৈছে। যেনে অক্ষি> আখি (দ ১৭৭)। ইয়াৰ উপৰি [ক] ম ভিন্ন আন স্পৰ্শবৰ্ণৰ পূৰ্ববৰ্ত্তী শ স আৰু ষ ৰ বিলোপ হয়। যেনে স্থান> থান (দ ৭৮১) স্থিৰ> থিৰ (দ ৭৯০), [খ] দ্বিত্ব ব্যঞ্জনৰ এটিৰ লোপ আৰু পূৰ্বৱৰ্তী স্বৰৰ প্ৰায়ে দীৰ্ঘত্ব প্ৰাপ্তি। যেনে অম্ৰ> আম (কী ৮৫৫) বিল্ব> বেল (ঐ) [গ] মহাপ্ৰাণ নাসিক্যৰ মহাপ্ৰাণতাৰ বিলোপ বা ক্ষীণতা, যেনে আহ্মি> আমি (দ ৯০৭) আদি সততে পোৱা যায়। [ঘ] অনুনাসিকীকৰণ—পিপীলিকা> পিম্পৰা (ক হ ১৪), [ঙ] অল্পপ্ৰাণীকৰণ—শিকা> শিপা (দ ৬২), [চ] মহাপ্ৰাণীকৰণ—ত্ৰোটি> ঠোট (অনাদি পা ২১৯), স্তব্ধ> থুথান (দ' ১৮৩) [ছ] ঘোষীভৱন—মধ্যভাৰতীয় আৰ্য প্ৰতোলী> পদুলি (দ ১৭৩), [জ] ধ্বনি-বিপৰ্যয়—বাহু> বাহু (দ ১৮৩) প্ৰভৃতিৰো অভাৱ নাই।

পূৰ্বণি অসমীয়া ভাষাৰ ৰূপতাত্ত্বিক বৈশিষ্ট্য থোৰতে এইকেইটা—(১১) লিংগ ভেদৰ কাৰণে স্ত্ৰীবাচক ঈ ৰ প্ৰয়োগ সৰ্বত্ৰ

গ তৃতীয়া বিভক্তিৰ—এ=ৰুক্মিণীক পত্র কৃষ্ণক হাতে দিল (ৰু হ ১১) আৰু—ই=প্রলয় অপাৰ তৰিলা লীলাই(১৮), ঘ চতুৰ্থী বিভক্তিৰ—ক=পাতক নিস্তাৰি বিষ্ণু ভুৱনক যাইব (কী ২২২৬), আৰু—ক লাগি—পৃথিবীক লাগি কৰা গমন (কী ২৯৭), ঙ পঞ্চমী বিভক্তিৰ—ৰ পৰা=বৰুণৰ পৰা তাংক আনিলা উদ্ধাৰি। আৰু—হন্তে=আপোনাত হন্তে নোপোৱৈ কৃষ্ণত মতি (কী ৩৭৩), চ ষষ্ঠীৰ—এৰ=কৈৰ হন্তে আসি আছা কোথেৰ ব্রাহ্মণ (ৰু হ ১৫৮), আৰু ছ, সপ্তমী বিভক্তিৰ—ত=তোমাসাত মাগো এতেক বৰ (কী ২৪৫) আৰু—এ=সেহি দিনে চায় যেন সূযৰ জৰতি। (১৯)

(১৫) শংকৰী সাহিত্যৰ সৰ্বনামৰ ৰূপাবাৰ এনেধৰণৰ—[ক] পুৰুষ বাচক—প্রথম পুৰুষৰ মই (দ ৯১৫), আমি (দ ৯০৭) আদি, দ্বিতীয় পুৰুষৰ তুমি (অ ম ১৯৩) তোম্মাৰ (ৰু হ ১৩০) আদি। তৃতীয় পুৰুষৰ তাহা ক তাংক, তান আদি। (২০)

[খ] নির্দেশ বাচক সর্বনাম—ক, নিকট-নির্দেশক আহঁ = মৰিল তনয় মোৰ আহাঁৰেসে দোষে। -এহোন্তে=যোগীগণে বালে এহেন্তেসে ব্রহ্মতত্ত্ব। খ' দূৰ-নির্দেশক—তাহংক চাই নিৰ্ম্মালা পদ (২১) গ সম্বন্ধ নির্দেশক—যিটো জ্ঞান শিখাইলা তোমাক। (কী ১৮৩৯) ঘ প্রশ্নাত্মক—কোন অপৰাধে ক্রোধ কৰিলা আমাক (অ উ ১০৭), ঘ আনিশ্চিত—কেহো জনে নজানি কিমক কৰ পান অ উ ২০১), ঙ আত্ম সূচক—আপুনি পৰম গুৰু ৰাম নাৰায়ণ (দ ১৯৫০), চ সর্বনাম জাত বিশেষণ—যেন লাগ কৰা দেৱ প্রভু দিলো জ্ঞান (দ ১৯৬৫), হেনয সুহৃদ দেৱ কৈত পাইবা আৰ (অ উ ১৩৩) ছ কালাত্মক ক্রিয়া বিশেষণ—কৈ সানি দেখিবো আৰ (হ উ ১৬৬) যেবেহন্তে নভৈল থাকিলি (উ ৰা ১১০), ৰামবে তনয় ভেবে বুলিবাক পাৰি (উ ৰা ১১০), জ স্থান বাচক ক্রিয়া বিশেষণ—যৈত্তে তৈত্তে জন্ম কর্ম মিলোক আমাৰ (দ ১৯৭৮) হাটে বাটে কৈত্ত পৰৈ কান্না (দ ১৪৭৮)

(১৬) শংকৰী সাহিত্যৰ ভাষাত ব্যৱহৃত ক্রিয়াৰ ৰূপ, কাল আৰু ভাবৰ পৰিধি অতিশয় প্রশস্ত। তলত তাবে দুটিমানৰ উদাহৰণ দিয়া হৈছে

(১৮) মেধি—পিঠি ১৫৪ (১৯) মেধি—পিঠি ১৫৬ (২০) এ. এক ডি—হেৰ ৬৭৯ (২১) মেধি—পিঠি ২২৯

উল্লিখিত হ'ল—(ক) ক্রিয়া বিভক্তিৰ ৰূপ—নিত্য বর্তমান কাল—প্রথম পুৰুষ—অহো=শুনা সর্বজন কহো সাক্ষাত (কী ১০৩)—ওহো=নামাগোহা সুখ ভোগ নলাগ মুকুতি (কী ৫২৩),

দ্বিতীয় পুৰুষ—আ=কীর্তন মহিমা শুনা উৎসুকে (কী ১০৭)

তৃতীয় পুৰুষ—অয়=গোলয় শুক শুনা পৰিক্ষিত (কী ১৮৮৬)—ঐ=হৰি কীর্তনক ৰবৈ থিকাৰ (কী ১০৪)

অনুজ্ঞা - দ্বিতীয় পুৰুষ—আ=বোলাবাম বাম (হ উ ৫৯৩),

—আহা=তুমি গোকুলক যাহা (কী ১০৪৩),

তৃতীয় পুৰুষ= ওক=আচোক/ মিলোক, বহুবচন আসন্তোক আদি।

স্বৰূপভূত, প্রথম পুৰুষ= ইলো আক-ইলোহো=সংসাৰ ভ্ৰমিলো ইটো কৃষ্ণক নজানি (ভ প্র ৪), জানিলোহো দৈবে মোক দেখাই বৰ্কিল (ক হ ৩০২)

দ্বিতীয় পুৰুষ= ইলা-ইলাহা, ইলি=মৎস্য ৰূপ অৱতাৰ ভৈলা প্রথমত (কী ২), ভৈলাহা পৰশুৰাম নামে অৱতাৰ (কী ৭), তই ভৈলি ঘট (ক হ ৩৩৬)

তৃতীয় পুৰুষ= -ইলা—কহিলা ৰাজাত মহা মুনীন্দ্র মহন্তে। (প্রথম স্কন্ধ, ৪)

-ইল—আস্থাক আসিল যেদি শিশুপাল নৃপ (ক হ ৩৪৩)

ভবিষ্যৎ, প্রথম পুৰুষ= -ইবো, ইবোহো=থাপিবো দোল তাংক আমি আনি (কী ২০৭৫), তথাপি কৃষ্ণক চিন্তি এৰিবোহো প্রাণ (ক হ ৮৮)

দ্বিতীয় পুৰুষ= -ইবা, -ইবি, -ইবাহা=চিন্তা নকৰিবা মনে (ক হ, ৩১৮), জানিবাহা নিশ্চয় হবাই দৃঢ় কাজে। (ক. হ. ৩২) কাহাক মানিবি আজি (ক. হ. ৫১৭)

আৰু 'যৱন' শব্দই হয়তো মুছলমানসকলক বুজাইছে। 'কক' আৰু 'মুলুক' জাতিয়ে বৰ্তমানে কিৰূপ লৈছে, তাক ধৰা টান। গোৱাল আৰু ধুবা বৃত্তিয়াল জাতিৰ অন্তৰ্গত। অসম' শব্দই আহোম সকলক আৰু 'কুবাচ ম্লেচ চণ্ডাল' যথাক্ৰমে কোচ মেচ আৰু চণ্ডাল জাতিক সামৰিছে। ব্ৰাহ্মণ আৰু গ্ৰহবিপ্ৰৰ উপৰি (৩) সেই সময়ৰ হিন্দু সম্প্ৰদায়ৰ এটি উল্লেখযোগ্য জাতি হ'ল— কায়স্থ। (৪) কবি নিজেই কায়স্থ কুলোদ্ভৱ। সুত (৫) কৈবৰ্ত (৬), যোগী (৭) নট আদিৰ উপৰি তেলী মালী শিলাকুটি বনিয়া সূতাৰ চমাৰ কমাৰ কুমাৰ কাঁহাৰ কুম্ভকাৰ বৈদ্য প্ৰভৃতি বৃত্তিয়াল জাতিৰো উল্লেখ পাওঁ—কীৰ্তনৰ 'বৈকুণ্ঠ-বৰ্ণনত

> তেলী মালী শিলাকুটি বনিয়া সূতাৰ।
> চৰ্মকাৰ চণ্ডাল কমাৰ কুম্ভকাৰ॥
> চিত্ৰকৰ কহাৰ কুম্ভাৰ বৈদ্য যত
> অনেক কায়স্থ যায় ৰজাৰ লগত॥ (৮)

ৰাজ-ভূমিপাত প্ৰাপ্ত 'পাঠান আৰু মোগল' সকলক অসমৰ গোৰা লোকৰ শাৰীত পেলাব নোৱাৰি। আজিৰ পৰা পাঁচশ বছৰৰ পূৰ্বে জাতিভেদ প্ৰথা কট্‌কটীয়া হোৱাটো স্বাভাৱিক। ব্ৰাহ্মণৰ স্থান আছিল সৰ্বদা সমাজৰ শীৰ্ষস্থানত। অন্ত্যজ জাতিৰ হাতৰ উচ্চশ্ৰেণীৰ লোকে পানীও পান নকৰিছিল। শূদ্ৰক ভগৱন্নামৰ বেদ উচ্চাৰণ কৰাৰ নাই যেন ধৰ্মৰ অধিকাৰ (৯) শংকৰীয়া শিক্ষা আহৰণৰ ক্ষেত্ৰত থকা শ্ৰেণী বৈষম্যৰ ইংগিত দিয়ে। অৱশ্যে মহাপুৰুষৰ দ্বাৰা প্ৰচাৰিত নৱ—বৈষ্ণৱ ধৰ্মই স্ত্ৰী, শূদ্ৰ আৰু অন্ত্যজ জাতিৰ মাজত ধৰ্মশাস্ত্ৰ আৰু অন্যান্য ব্যৱহাৰিক জ্ঞানৰ পুথি-অধ্যয়নৰ পথ প্ৰশস্ত কৰাটো আনন্দৰ কথা। তথাকথিত উচ্চশ্ৰেণী লোকে জনসাধাৰণক চলাহীকথাৰে ভুল পথেদি পৰিচালিত কৰাৰো প্ৰমাণ আছে। (১০) অশ্লীলকথাই কণ্ঠত তেওঁৰ মুখৰ বাণী মলিন কৰা গুণে তাক প্ৰায়ে পৰিহাৰ কৰিছিল (১১)

---

(৩) দৈবজ্ঞ ব্ৰাহ্মণ গণ অনাইলা অনেক পদ—১৭১ (৪) প্ৰণামিয়া হৰি পাৱে কায়স্থ শংকৰে গায়ে হৰিবংশ দশমৰ পয়াৰ—ক হ কা পদ-৬৫২ (৫) যদি সুত জাতি আমি অকুলীন একোৱে ছাহিকো কাজী (৬) শূদ্ৰ সত অনেক কৈবৰ্ত আদি কৰি দশম, পদ ৫১১ (৭) দশম, পদ—৭৮৭ (৮) পদ ২০৩৩—৩৪, (৯) দশম, পদ—১৭৩৯(১০) কুতৰ্কী পণ্ডিতে যদি কৰে আত বাদ— প্ৰথম স্কন্ধ, পদ ২৭৩ (১১) প্ৰথম স্কন্ধ, পদ—২০'

উপৰি মুগুদি জাপেও সি ব্যৱহৃত হৈছিল। আমিষ আৰু নিৰামিষ দুয়োবিধ খাদ্যতে অসমীয়া লোক অভ্যস্ত। হাঁহ, ছাগলী আদি দেৱতাৰ আগত বলি দি তাৰ মাংস লোকে খাইছিল। কুকুৰৰ মাংসভোজী ম্লেচ্ছৰ নাম কবিয়ে একাধিক স্থানত উল্লেখ কৰিছে। খাল, বিল আৰু নদীত বৰশী (২৫) আৰু অন্যান্য উপায়েৰে মাছ ধৰাটোও অসমীয়াৰ সাধাৰণ কথা। বজাৰত মাছ কিনাকিনা সেইদিনত আছিল আৰু মদ-ভাঙৰ সেৱকৰ অভাৱ নাছিল।

খাদ্য দ্ৰব্যাৰে উভনদী অসমদেশত বিভিন্ন প্ৰাকৃতিক দুৰ্যোগত খেতি-মাটি নষ্ট হোৱাত জনসাধাৰণে মাজে সময়ে ভিক্ষাৰ জোলাডাঙ লৰ লগাত পৰিছিল (২৬) চোৰ-ডকাইতৰ উপদ্ৰপ বিচুথকা নহয়। (২৭) ঘৰৰ ধন-সোণৰ উপৰি ভেৰা ছাগলী আৰু গৰু আদিও চোৰৰ হাতত পৰিছিল আৰু চোৰকাৰাগাৰত দুষ্ট এজন ধৰা পৰি উগ্ৰ শাস্তি ভোগ কৰিব লগা হৈছিল। (২৮)

কৃষি প্ৰধানদেশ অসমত ধান মাহ সৰিয়হ তিল কুঁহিয়াৰ প্ৰভৃতিৰ খেতি প্ৰচুৰ পৰিমাণে হোৱা বুলিব পাৰি। গৰু চৰণা হালৰ উপৰি (২৯) কোৰেৰেও মাটি চহাই খেতি কৰা হৈছিল। ষাড় গৰু সদায়ে উদণ্ডীয়া (৩০) যদিও পোহনীয়া গৰু ম'হ পাক ঘৰাল দিয়াৰ ব্যৱস্থা থকা যেন লাগে। (৩১)

শংকৰদেৱৰ দিনত পুৰুষ-মহিলা নিৰ্বিশেষে সূতা আৰু পাটৰ কাপোৰ পিন্ধিছিল। পুৰুষে ধুতি (৩২) কটিভূমি (৩৩) পাগুৰি বা (৩৪) পামৰি আৰু উপৰী বস্ত্ৰ পৰিধান কৰা সময়ত পাওঁ তিৰোতাই ক্ষৌমী বস্ত্ৰ (৩৫) মেখলা (৩৬) শাড়ী (৩৭) আৰু কুমকুম কাঁচলি (৩৮) বান্ধিছিল। জ্যেষ্ঠ জনক দেখিলে অসমীয়া তিৰোতাই মূৰত ওৰণি লবই। তেওঁ লাহে খোপা বান্ধি তাত মালতী, পুষ্পমণি, নীলকমল আৰু ম'ৰাপাখি গুজি লৈছিল। ডিঙিত তুলসীৰ মালা আদি লোৱাৰ দৃষ্টান্তও নথকা নহয়। গাত তেলকুৰ, আখিত অঞ্জন আৰু কুচত কুংকুম সানি বিবাহিত তিৰোতাই শিৰত সিন্দুৰ আৰু আগৰৰ ফোঁট লোৱাটো সাধাৰণ নিয়ম।

---

(২৫) নানানি বৰশীয়েন পিলি মৰে মাছে। —একাদশ স্কন্ধ (২৬) দ্বাদশ স্কন্ধ পদ—১২০ (২৭) বলিছলন পদ—৮২৫ (২৮) দশম, পদ ১৭২০-২১ (২৯) দশম, পদ—১০৩৩ (৩০) কু হু পদ ২৩৩ (৩১) কু হু পদ—৪৩৫ (৩২) ধুতিবস্ত্ৰ পিন্ধি দেৱগণ শাৰী শাৰী (৩৩) বলিছলন-পদ—২৬, (৩৪) নীল তনু ভপি পীত পিচোৰি—কালিদমন, পৃঃ—৩ (৩৫) দশম, পদ—২৭৯ (৩৬) কু. হু., পদ—২৫৪ (৩৭) কীৰ্তন, পদ—৫৪৩ (৩৮) কীৰ্তন, পদ—৪১৬

কবিৰ কালত তিৰোতাই 'কৰ্ণে খঞ্জুখিলি', চাকিশলা, মকৰ কুণ্ডল, ডিঙিত বত্নময় গলপতা, স্বৰ্ণখচিত সাতসৰী হাৰ, পেচগুৱাৰ, বত্নৰ গুলিয়া আৰু বত্নমালা, বাহুত সোণৰ তাৰ, কৰত কংকণ, কপালত সোণৰ জেঠি, হৃদয়ত গজমুকুতাৰ হাৰ, দহো-আঙুলিত ঝাপ সোণাৰ আঙুঠি, ককালত কিংকিণী, ভৰিত বত্নৰ নূপুৰ হাতত বালা, বাজু, শাখ বগৰ উজন্টি আৰু বিয়াৰ সময়ত মূৰত মণিময় মুকুট কীৰিটি পৰিধান কৰিছিল। (৩৯)

'মুণ্ড ফুটে বলিয়া পেহসান্ত কত বোজা কথাষাৰৰ পৰা সেইদিনৰ মানুহে মূৰত বোজা কঢ়িওৱা অনুমান কৰিব পাৰি। 'ওকণীক ভয়ে কোন মুণ্ডি আছে কেশ' (হ উ.) বাক্যাংশই মূৰত বাঁহুলোৱা ওকণীৰ সংবাদ দিয়ে। মতা মানুহে সাধাৰণতে ক্ষৌৰকৰ্ম কৰিছিল যদিও ডাঢ়ি-গোঁফ ভোবোকাৰ লোকো নথকা নহয়। (৪০) মালীয়ে হাতত 'কুকী' আৰু বুকুই লাখুটি লোহাৰ ছবি কৰিয়ে মনোৰমকৈ আঁকিছে। (৪১) বেপাৰ-বাণিজ্যত অসম সেইদিনত কিমানখিনি অগ্ৰসৰ আছিল তাক খাটাংকৈ কব নোৱাৰিলেও এচাম লোকে যে বেপাৰ কৰি পেট প্ৰতিপাইছিল—সেইটো খাটাং। বজাৰত এলা জাইফল ডাব নাৰিকল ভাঙি বিকা কন্দা জুনা' আৰু 'চেনি কৰপূৰ বিকয় প্ৰচুৰ' (৪২)। উৰুক্ষেপন্ধ ভণ্ট কৰম্ভ কটাক্ষ ছটা লীলাগতি দেখাই ফুৰে পাক (৪৩) কথাষাৰে তৎকালীন সমাজত প্ৰচলিত ভণ্টা খেলত পোহৰ পেলায়। জুৱা আৰু পাশা খেলো নথকা বুলিব নোৱাৰি।

চতুৰ্দশ পঞ্চদশ শতাব্দীৰ অসমত শাক্ত আৰু শৈৱ ধৰ্মৰ প্ৰাধান্য থকা যেন লাগে। 'দশম'ত শিৱ চতুৰ্দশী তিথিত উৎযাপিত শিৱ পূজাৰ চিত্ৰ আঁকিছে এনদৰে—

চতুৰ্দশী তিথিত পাতিয়ো ধনুৰ্যাগ।
কৰা শিৱপূজা কাটা অসংখ্যাত ছাগ। (৪৪)

আঘোণ মাহত ব্ৰত পালন কৰি স্নান কৰি শবৰ তিৰোতাই মহামায়া কাত্যায়নী দেৱীক অৰ্চনা কৰাৰ সংবাদ এনেকুৱা পুথিতো আছে।

(৩৯) ক হ, পদ—২৫৬-৫৮ (৪০) ডাবি গোফ ভোবোকাৰ দেখি আসে বাতি। (৪১) হৰিশ্চন্দ্ৰ উপাখ্যান দ্ৰষ্টব্য। (৪২) ক হ, পদ—২০০ (৪৩) কীৰ্তন, পদ—৫৫২ (৪৪) দশম, পদ—১৫৫৪

অাঘ্রাণ মাসত ব্রত কুমাৰিকা যত। কাত্যায়নী দেৱীৰ ধৰিলা সৱে ব্রত ॥ (৪৫) শংকৰদেৱৰ দিনত তান্ত্রিক বৌদ্ধধৰ্মৰ প্রাধান্যৰ কথা একাধিক চৰিত পুথিত বিবৃত হৈছে (৪৬)। জনসাধাৰণৰ বিপথগামী তান্ত্ৰিক বৌদ্ধ সকলক শংকৰদেৱেও ভাল চকুৰে চাব পৰা নাই। (৪৭) 'অন্য দেৱী দেৱ নকৰিবা সেৱ নাখাইবা প্রসাদ তাৰ। মূর্তিক নচাইবা গৃহো নপশিবা ভক্তি হৈব ব্যাভিচাৰ' (৪৮) কথাষাৰে তৎকালীন অসমীয়া সমাজত প্রচলিত বিভিন্ন দেৱ দেৱীৰ অৰ্চনাৰ কথা সূচায়। তন্ত্র মন্ত্রৰ কাৰণে অসম ভাৰত প্রখ্যাত। বিভিন্ন দেৱ দেৱীৰ লগতে অপদেৱতাৰপূজাৰ অস্তিত্বও মধ্যযুগীয় অসমীয়া সমাজত থকাৰ অনুমান কৰিব পাৰি—

ভূত প্রেত পূজি যিটো কাটে হংস ছাগ।
সেমন্ত নৰকে পৰে দূতে নোৰে লগ। (৪৯)

ভূতনী মন্ত্র মাতি লোকে মানুহৰ কলিজা খোৱাৰ কিংবদন্তি সেই সময়ৰ দিনতো প্রচলিত আছিল—'ভৈৰৱক পূজে যিটো মনুষ্যক মাৰি/ডাইনী হৈয় মানুষ্যক খাই যিটো মাৰি॥ (৫০) অসমীয়া সমাজত অন্ধবিশ্বাসৰ অন্ত নাই। শংকৰদেৱৰ দিনতো ছাঁত নিজৰ মূৰ নথকা, আকাশত ফুটা চন্দ্র দেখা সপোনত মৃতকক আলিংগন কৰা ফুল পিন্ধি উলংগ হোৱা, যাত্রাকালত বাওঁ হাতে সাপ আৰু সোঁহাতে শিয়াল যোৱা আকাশত শগুণ জাকে জাকে ঘূৰিফুৰা মুখাল চাই ঢোৰাকাউৰীয়ে মতা, হাঁচি আৰু জেঠিৰ টিক্ টিক্‌নি, বওঁহাত আৰু উৰু হঠাতে নাচি উঠা আদিক অমংগলৰ চিহ্নৰূপে পৰিগণিত হৈছিল। (৫১)

ল'ৰা ছোৱালী জন্ম হ'লে ব্রাহ্মণক মাতি আনি দান দক্ষিণা দিয়া আৰু দৈৱজ্ঞ ব্রাহ্মণৰ দ্বাৰাই জাতকৰ্ম কৰাটো এটা সাধাৰণ নিয়মৰ কথা। শিশু ওপজাৰ খবৰ পোৱাৰ লগে লগে গাঁৱৰ তিৰোতাসকল খবৰ কৰিবলৈ আহিবই। পাচ অকল খবৰ ল'লে আহিলেই হ'ব নে? "দেই আশীর্বাদ শিশু তৌক চিৰজীৱ অ দেৱকৰ বিশ্ব সৰ কথা ইতিপূর্বে উল্লেখিত হৈছে। অপদেৱতাৰ চকু সৰু ল'ৰা ছোৱালীৰ ওপৰত বেচি বুলে মধ্যযুগীয় অসমীয়াই

(৪৫) দশম পদ ৮৮৮ (৪৬) কথা গুৰু চৰিত—পিঠি-৪৫ (৪৭) কীৰ্ত্তন, পদ—৫৯৭ (৪৮) দ্বিতীয়স্কন্ধ পদ—৫৪৫
(৪৯) অ উ পদ—৪২ (৫০) ,পদ—৪৯ (৫১) ক হ., পদ—৪৭০ ৭১

শিশুৱে চকুখালে মুৰত থুৱাইছিল (৫২) হাতত ৰক্ষা কবচ বান্ধি গৰুৰ নেগুৰে গা মেৰাই গোমূত্ৰ আৰু গোবৰেৰে গা ধুওৱাৰ উপৰি "বাহু নামে বাহু অংগে" ৰক্ষা কবচ বান্ধি দিছিল (৫৩)

"স্বভাৱতে স্ত্ৰী জাতি নোহে স্বতন্ত্ৰী" কথ ষাৰে সেইদিনৰ স্ত্ৰী স্বাধীনতাৰ সীমাবদ্ধতা সূচায়। ৰেমাৰ্ আজাৰ আদি নিৰাময় কৰিবলৈ বৈদ্য বা কবিৰাজ থকাৰ সংবাদো কৱিয়ে আমাক দিছে জলন্ধৰ, ক্ষয় প্ৰভৃতি ৰোগৰ উপযুক্ত বনৌষধি তেতিয়াৰ দিনত আবিষ্কাৰ হৈছিল নে নাই তাক জানিব নোৱাৰি। পিতৃ-মাতৃ ভাই-ভনী, মোমাই ভাগিন জী-জোৱাই জেঠা, খুড়া আদি সম্বন্ধেৰে অসমীয়া ঘৰোৱাহী সমাজ চলাৰ চিত্ৰ কবিৰ কথাত প্ৰোজ্জল। শংকৰদেৱৰ সময়ৰ বিয়া বাৰুৰ বিষয়ে জানিবলৈ ৰুক্মিনীহৰণ কাব্যৰ ওচৰ চাপিলেই যথেষ্ট হয়। সেই কালতো বিয়া উপলক্ষে আজিৰ দৰে মিত্ৰ-কুটুম আৰু চা-চিনাকি লোকসকলক নিমন্ত্ৰণ কৰা হৈছিল। বিয়াত অধিবাস, হস্তোদক অৰ্পণ মুখ চন্দ্ৰিকা আৰু কুশণ্ডিকা কৰাৰ পাচত কন্যাক সালংকৃতা ক বিয়া মণ্ডপলৈ আনি দৰাৰ হাতত কন্যা সম্প্ৰদানৰ যৌতুক আগবঢ়াই দৰা-কন্যাৰ চুলি একে ঠাই কৰি, পানীঢালি, পূৰ্ণাহুতি শেষ হোৱাৰ লগে লগে লগুণ গাঁঠি মেলি দিছিল। (৫৪) বিয়াত সধৱ সকলে বিয়া নাম গোৱা আৰু উপস্থিত অতিথি কলে দৰা কন্যাক দান উৎসৰ্গ কৰাটোও তৎকালীন সমাজৰ এটা চকুত লগা কথা। (৫৫) বিয়াৰ পাচত কন্যাৰ মাক-বাপেক আৰু অভগী বগুৰীয় দৰাৰ অধিক আপোন হয়—নিজৰ পিতৃ-মাতৃ অ দিক অৱজ্ঞা কৰাৰ দৃষ্টান্ত কোনো কালতেই নথকা নহয় সেইহে দৈৱকীয়ে শৰ্মী প্ৰভু ক প্ৰবোধ দিছিল—"কি কাৰণে বিষাদী কৰিয়া মান দুখ/শোক্ষ' বাসে জী জামাই তোহ্মাৰেসে বৰ॥ তোমৰা আপোন হুইবা আমি হুইবো পৰ॥" (৫৬)

অন্যান্য ধৰ্মীয় অনুষ্ঠানৰ ভিতৰত সূৰ্য গ্ৰহণৰ পাচত গা পা ধুই ব্ৰাহ্মণক দান-দক্ষিণা কৰা হায়-যাগ-যজ্ঞ-প্ৰাকৰ্ম আদি

(৫২) ৰাখিলো ৰাখিলো বুলি থু থুৱাৱৈ মাথে। —দশম পদ ১৮৪
(৫৩) দশম পদ—১৮৫-৮৮ (৫৪, ৫৫) কহ পদ—১০৬-১১০, (৫৬) ঐ, পদ—৬৮৭

কৰাৰ উপৰি পিতৃতৰ্পণৰ লেখীয়া কৰ্ম শাস্ত্ৰ সন্মত ভাবেই সম্পাদিত হৈছিল। আমোদ জনক কথা আজিকালিৰ বন ভোজৰ লেখীয়াকৈ শংকৰদেৱৰ কালতো গৰখীয়া লৰাইঁতে গৈ বনভোজৰ আনন্দ উপভোগ কৰিছিল। (৫৭)

কবিৰ লেখাৰপৰা তৎকালীন অসমৰ ঘৰ-দুৱাৰ সম্পৰ্কেও কিছু অনুমান কৰিব পাৰি। বাঁহ-বেত আৰু কাঠেৰে নিৰ্মিত ঘৰত কামী কাঠি, কৰা মাৰলি খুঁটা আদি থাকিবই। দুৱাৰ-খিৰিকীৰ উপৰি স্বাস্থ্য সন্মত কৰিবলৈ ঘৰত কুন্দ্ৰাক্ষ জালিবো ব্যৱস্থা আছিল। সৌন্দৰ্য বৰ্ধনৰ কাৰণে আগচালি বোৰত অধিক চকু দিয়া হৈছিল। (৫৮) থকা ঘৰত আছিল আহল বহল পিৰালি আৰু 'খাত খৰি'। খুড়া লগোৱা খাটত হংস তুলি পাৰি' তাৰ ওপৰত সম্ভ্ৰান্ত লোকে শুইছিল। গছাত চাকি বখা (৫৯) ঠগীত তামোল থোৱা (৬০) আৰু পেৰাত সোণ-ৰূপ ৰখাৰ দস্তুৰ তেতিয়াৰ দিনতো আছিল। জলকুম্ভ চুলিয়া বাঢনী ঢেঁকি পটা এই সুনা পঞ্চ গোটা" (৬১) আছিল প্ৰতিখন ঘৰৰে ব্যক্তিগত সম্পত্তি।

পৰ্বত-পাহাৰে ভৰা অসমদেশ প্ৰাকৃতিক সম্পদত চিৰ চহকী। মহাপুৰুষৰ হৰমোহন আৰু ৰাসক্ৰীড়া অধ্যায় দুটি দিয়া গছ-লতিকাৰ নামৰ পৰা এখনি সুন্দৰ তালিকা প্ৰস্তুত কৰিব পাৰি এনেদৰে : অগৰু আম কল, কদম খাজুৰী খৰিয়া, জবা, তাল, তামাল তেতেলী, দেবদাৰু জাম জামীৰ, নাৰিকল, বট, লেবু, শাল সৰল, আৰু বেল। একেদৰে পুষ্প লতিকাৰ তালিকা খনো চমু নহয় অশোক কৰবীৰ কাঞ্চন কনৌৰ, কনাৰী কুন্দ কুৰুবক কেতকী কদম গুলাল ঘটিমালী, চম্পক জাই, টগৰ, তমাল তিলফুল নাগেশ্বৰ নেৱালী পলাশ পদ্ম পাৰলী পাৰিজাত বকুল নন্দুলী বাৰৰী বাগী ভেণ্ট মন্দাৰ, মণিৰাজ, মালতী, মধই মকৰা যুতী ৰেৱতী, লবংগ শিৰীষ শেৱালি, সেউতি আদি।

য'তেই লাগনি গছৰ প্ৰয়োজন ত'তেই চৰাই-চিৰিকতিবো সুৰীয়া ধ্বনি উত্তৰাকাণ্ড ৰামায়ণ অনুবাদ কৰোঁতে কবিয়ে

(৫৭) দশম পদ—৩৭২—৩৭০ (৫৮) আগেচালিচয় দেখন্ত মহাসুখ,—অমৃতমথন (৫৯) সুৱৰ্ণৰ গছত প্ৰদীপ দুই পান্তি।—দশম (৬০) শাৰী শাৰ সুৱৰ্ণৰ ঠগীত তাম্বুল (৬১) ভাগৱত

চকুৰ আগত দেখা চৰাই চিৰিকতি বোৰাৰ ছন্দময় ৰূপ দিছে মাত্ৰ—"কাউৰ কৈৰা মৈৰা পাৰ পিৰিকাবৰল/কোৰক চকোৰ ফিঙা পেক ছেঙ্কাৰগ ॥ সৰালি শালিকা মাক হংস জাইমৰা/ বালিকটা বটা টনি টিপসি টোকৰা ॥ (৬২) চৰাই-চিৰিকতিৰ পৰিচয় দিয়াৰ লগে লগে অসমত প্ৰাপ্ত ঘৰচীয়া বা বন্য জন্তুৰ লগতো কবিয়ে আমাক চিনাকি কৰি দিবলৈ পাহৰা নাই : ছাগ গৰু গাহৃ গৱল শৃগাল/কুকুৰ বিৰালি ৰৰা হৰিণৰ পাল ॥ ঘোটক কণ্টপা উট মেঠন মহিষ যূথে যূথে হস্তীসৱে চলে সশৰীৰে ॥ (৬৩)

মহ দাঁহ, মাখি জোক, পোক পৰুৱা আৰু কেঁচুৰে (৬৪) ভৰা অসমৰ হাবিত পোৱা বৰ মৌৰ বাহঁ (৬৫), আৰু ঘৰৰ চুকত থকা ভেকুলীয়ও (৬৬) কবিৰ লেখাত স্থানপোৱাটো কম কথা নহয়। সে নিজৰা আদিৰ লগতো পুখুৰীৰ লগতো জনসাধাৰণৰ পৰিচয় আছিল আৰু জলপথ স্থলপথ উভয়েৰেই সৰ্বসাধাৰণে এঠাইৰ পৰা আনঠাইলৈ অহাযোৱা কৰিছিল। ৰাজআলি সমূহ আহল-বহল বুলি অনুমান হয়। (৬৭) ঋতুচক্ৰৰ আৱৰ্তনে প্ৰকৃতিৰ বুকুলৈ যি পৰিবৰ্তন নমাই আনে তাৰ প্ৰভাৱ কোনো কবিয়ে এৰব নোৱাৰে। অসমৰ বৰ্ষা আৰু শৰৎ ঋতুৰ খাঙ্কুস ৰূপ (৬৮) কবিৰ লেখাত অমৰ হৈছে।

এনেদৰেই মহাপুৰুষ শংকৰদেৱৰ গ্ৰন্থাৱলী অধ্যয়ন কৰিলে কবিৰ সময়ৰ অসমীয়া সমাজ আৰু সংস্কৃতিৰ বিচিত্ৰ ধাৰাৰ লগত বহু বেচি পৰিমাণে পৰিচয় হোৱাৰ সুবিধা পাওঁ।

---

(৬২) উ কা ৰা পদ—৭০০ (৬৩) ঐ, পদ—৭০১ (৬৪) অজামিল উপাখ্যান, পদ—৩২ (৬৫) ভগাঁয়হে পেট যেন বৰ মৌৰ বাহ । (৬৬) ক হ পদ—৮১ (৬৭) দশম পদ—৩৭৭ (৬৮) দশম, পদ—১৭৫—৮০২ দ্ৰষ্টব্য ।

## শংকৰদেৱৰ ৰচনাত প্ৰকৃতি

প্ৰকৃতিৰ বুকুত লালিত-পালিত হোৱা কবিকুলে ইয়াৰ প্ৰভাৱৰ পৰা কোনোকালেই মুক্ত হ ব পৰা নাই। অৱশ্যে স্থান কাল আৰু পাত্ৰভেদে দৃষ্টিভংগীৰ ভিন্নতাই প্ৰকৃতিৰ ৰূপাংকনত বৈচিত্ৰ্য অনাটো স্বাভাৱিক কথা। সেইবাবেই প্ৰকৃতিক কোনোজনে কাব্যৰ পটভূমিৰূপে আৰু আনকোনোৱে অশৰীৰী ভগবানৰ সাকাৰ ৰূপত চিত্ৰিত কৰা দেখা যায়। (১) প্ৰকৃতিক সুখ দুখৰ লগৰী ৰূপত অংকন কৰা কবিৰো অভাৱ নাই। কাৰো কাৰো মতে পুস্তকৰূপী প্ৰকৃতিৰ গ্ৰন্থকাৰ হ'ল স্বয় ভগবান। (২) মানৱ সমাজৰ ঈৰ্ষা অসূয়াত পৰাজিত সৈনিকৰ ভূমিকা লোৱা এচাম কবিয়ে আকৌ প্ৰকৃতিক কবি চৌধাৰীৰ কবিতাৰ সুৰতে সুৰ লগাই কয়—"মহা প্ৰস্থানতো দুয়ো দুয়াৰেহে সংগী কাকো কেও নেৰো জীৱনত' (৩) মহাপুৰুষ শংকৰদেৱ মূলত ভক্তকবি।

---

(১) ইংৰাজ কবি উৰ্দচৱৰ্থে প্ৰকৃতি বুকুত ভগৱানৰ চিন্ময়ৰূপ দৰ্শন কৰিছিল

> I felt the sentiment of Being spread
> O erall that moves and all that seemeth still
> + + +
> Where living things and things inamimate
> Do speek at Heaven s command to eye and ear
> And speek to social reason s inner sense
> With inarticulate languages —Prelude ii

(২) Nature is the volume of which God is author—Harvey

(৩) নইৰ বুকুত সাদৰী, পিঠি—৮১ টেনিচনৰ চাইল্ড হেৰল্ড কবিতাতো এনে ভাৱৰ প্ৰতিধ্বনি আছে—I love not man the less but nature more

নামধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই তেওঁৰ কাব্য-নাটৰ মূল কথা। তদুপৰি কবি জনাৰ অধিকাংশ লেখাই সংস্কৃত সাহিত্যৰ ছত্ৰছায়াত বিকশিত হোৱাত মূলৰ শৃংখলে অসমীয়া কবিজনাক প্ৰকৃতি-চিত্ৰণৰ ক্ষেত্ৰতো স্থান বিশেষে হেঙাৰ নিদিয়া নহয়। মহাকবি কালিদাসৰ কাব্যত প্ৰকৃতি আৰু মানুহৰ যি নিগূঢ় সম্পৰ্কৰ অবিনাশী বৰ্ণাঢ্য ছবি দেখিবলৈ পাওঁ, তেনে ৰমণীয় চিত্ৰ অংকনৰ সুবিধা তৎকালীন সমাজে শংকৰদেৱক নিদিলে। তথাপি প্ৰকৃতিৰ অৱলম্বন আৰু উদ্দীপন বিভাৱ ৰূপে নাইবা উপমা আৰু ৰূপকৰ আহিলা ৰূপে অংকন কৰা চিত্ৰ অসমীয়া কবিজনাৰ কাব্য-নাটত দেখিবলৈ পোৱা যায়। পূৰ্বকবি অপ্ৰমাদী মাধৱ কন্দলি' আদিৰ দৰে মহাপুৰুষেও ভগবান শ্ৰীকৃষ্ণ নাইবা বিভিন্ন নায়িকাৰ নখশিখ বৰ্ণনাত প্ৰকৃতিৰ সহায় লোৱাটো লক্ষণীয় কথা। দৃষ্টান্ত স্বৰূপে মুখ (মুখ কমলক আতি দেখি ৰুচিকৰ –অমৃত মথন, পদ, ৩৩৮), অধৰ ৰাতুল যেন বন্দুলিৰ ফুল—ৰুক্মিণী হৰণ, পদ—২১), নাক (নিৰুপম নাকক নোজোৰে তিলফুল - ক হ, পদ—২০), চকু (চক্ষু কমলক পাসি – ক হ, পদ ৫১১), দাঁত (দশন দাড়িম্ব বীজ পান্তি—অমৃত মথন পদ—২২৭), বাহু (বাহু যুগ কোমল মোলান— অ মথন, পদ—২২৮), হাত (নৱ কিশলয় হাত—অ মথন পদ—১২৮), স্তন (হৃদয়ত ৰাঢ়ে স্তন বদৰী প্ৰমাণ ক হ পদ–২৩, তাল ফল সম উন্নত স্তন ভাৰ—অ মথন পদ - ১৪), উৰু (বহল জঘন স্থূল উৰু যেন ৰামকল –অজামিল উপাখ্যান, পদ—২২৯) আঙুলি (চম্পা পাকবি নয় প্ৰকাশ আঙ্গুলি চয়—অ মথন পদ–২২৯) নখ (নখ চয় চাৰু চান্দ উজোৰ পাৰিজাত হ) ভৰি (নৱ পল্লৱ ৰুচি পদযুগ মোহে ক হ নাট), মাত (অমৃত সুৰস বাণী কোকিলৰ স্বৰ—ক হ, পদ–১১) গা (নীল উৎপলৰ কান্তি প্ৰকাশ গাৱ—অ মথন পদ—৩৭) আদিৰ বৰ্ণনালৈ আঙুলিয়াব পাৰি।

প্ৰকৃতিক পটভূমি ৰূপত অংকন কৰাৰ যি ৰুপদী ৰীতি সংস্কৃত সাহিত্যত বিদ্যমান সেইৰীতিৰ চলতি শংকৰী সাহিত্যতো যত্ৰ তত্ৰ বিৰাজমান। কীৰ্তন আৰু দশমৰ ৰাসক্ৰীড়া অধ্যায় দুটিত প্ৰকৃতিক উদ্দীপন বিভাৱ ৰূপে চিত্ৰিত কৰা হৈছে। ৰাসলীলা কৰিবলৈ লোৱা ভগৱান শ্ৰীকৃষ্ণই প্ৰকৃতিৰ সৌন্দৰ্যময় বেলাভূমিলৈ ধাৱমান

হ'লেও তাত প্ৰকৃতিৰ নিজস্ব সত্তাৰ বিকাশ দেখিবলৈ নাপাওঁ। দৃষ্টান্তস্বৰূপ, "শৰত কালৰ ৰাত্ৰি অতি বিতোপন। ৰাসক্ৰীড়া কৰিতে কৃষ্ণৰ ভৈল মন, (পদ—৮০৮) আদিকৈ দুটা পদৰ বৰ্ণনা নাইবা গোপীসকলৰ লগত শ্ৰীকৃষ্ণই ৰূপালী যমুনা বালিত কৰা ৰাসক্ৰীড়া সন্দৰ্ভত দিয়া "পুষ্পিত মন্দাৰ কুন্দ গন্ধে হুয়া ভোল। মধুমত্ত অনেক ভ্ৰমৰে কৰৈ ৰোল" (পদ ৯১২) আদিলৈ আঙুলিয়াব পাৰি। এই অধ্যায়ৰে 'ক্ৰীড়া দেখি চন্দ্ৰো ভৈলা বিমোহিত আতি। স্তম্ভাইলা বিমান মুপুহাই সিটো ৰাতি॥ গ্ৰহগণো ৰহিল নচলে কাৰো ৰথ। দীৰ্ঘ নিশা পাই গোপী পূৰৈ মনোৰথ॥' প্ৰভৃতি বৰ্ণনাই মানুহৰ সৈতে প্ৰকৃতিৰ হৃদ্যতা স্থাপনতকৈ ভগবান শ্ৰীকৃষ্ণৰ অৱতাৰী লীলাবহে দিশ এটি পোহৰ পেলায়। শ্ৰীকৃষ্ণৰ জন্মলগ্নত যমুনা নদীয়ে বসুদেৱক বাট এৰি দিয়া সাপে ফণা মেলি ছত্ৰধৰি বৰষুণৰ পৰা ৰক্ষা কৰা, শিয়ালে বাটৰ সন্ধান দিয়া আদিও একে-ধৰণৰ কথা।

প্ৰকৃতিৰ স্বাভাৱিক বৰ্ণনা সমৃদ্ধ লেখা শংকৰদেৱৰ ভাগেখিনি। ক্ষীৰ সাগৰৰ মাজৰ ত্ৰিকূট বৰ্ণনাটি এই ক্ষেত্ৰত সৰ্বাগ্ৰে উল্লেখনীয়। ইয়াৰ প্ৰতিটো চিত্ৰই নিপুণ চিত্ৰকৰৰ বলিষ্ঠ ৰেখাচিত্ৰ সদৃশ—

'ক্ষীৰ সাগৰৰ ঢৌ চৌভিতি উথলে। পখালে পৰ্বত সুশীতল দুগ্ধ জলে॥ থানে থানে আছে ভূমি অনেক উদ্যান॥ ফুলে জকমক গন্ধে নাহিকৈ সমান॥" (পদ—৪৭৭) আৰু অগৰু চন্দন পদ্ম সৰল সোণাৰু আনো যত তৰুবন সবে কল্পতৰু॥ ছয় ঋতু একৰালে বসন্ত উদয়। ভ্ৰমৰে গুঞ্জৰে কুলি পঞ্চম পূৰয়॥ (পদ—৪৮১) পৰ্বতৰ মাজৰ সৰোবৰটিও চকুত লগা, য'ত 'ৰাজহংস আদি যতেক পক্ষী পৰি পৰি থাকৈ নযায উপেক্ষি॥ (পদ—৪৮৪) অৱশ্যে নৈসৰ্গিক বৰ্ণনাৰ ফালৰ পৰা কীৰ্তন' (পদ ৫০৫ ৰ পৰা ৫৭০ লৈ) আৰু 'অমৃত মথন"ৰ (পদ ৬৬৫ ৰ পৰা ৬৬৭ লৈ) অন্তৰ্গত 'উপৱন বৰ্ণনাটি অনুপম। ভাগৱতৰ 'ততো মদাৰ্শাপৱনে ৰৰস্ত্ৰিয়ং বিচিত্ৰ পুষ্পাৰুণ পল্লৱক্ৰমে' (ভা ৮ ১২ ১৮) শ্লোকাংশৰ আদমতে কৰিয়ে বিচিত্ৰ পুষ্প অৰুণ" পল্লৱ-ক্ৰম সুশোভিত যি খনি চিত্ৰ আঁকিছে সেয়া সৃজনী প্ৰতিভাসম্পন্ন কবিৰ প্ৰকৃতি নিৰীক্ষণাৰ আলোকোজ্জ্বল চানেকি। এই বৰ্ণনাৰ

কিছু কাৰে কাৰে যোৱা আনটি প্ৰকৃতিৰ সৌন্দৰ্য সম্বন্ধ বৰ্ণনা হ'ল অম্ৰাৱতী বৰ্ণনা। (৪)

উপমা প্ৰযোগত মহাপুৰুষে প্ৰকৃতিক আলম্বন কৰি গ্ৰহণ কৰাটো এটা সৰ্বজ্ঞাত কথা। দাৰ্শনিক তত্ত্ব প্ৰকাশৰ ক্ষেত্ৰত কবিয়ে প্ৰকৃতিক কেনেদৰে ব্যৱহাৰ কৰিছে তাৰ অতুলনীয় চানেকি— নিম্নোক্ত পদটি

প্ৰকৃতি আশ্ৰয় আছে আদি বৃক্ষ সুখ দুখ দুই ফল।
তিনি গুণ মূল অৰ্থ চাৰি ৰস শিপায়ে ইন্দ্ৰিয় বল॥
ছয় ঊৰ্মি আত্মা সাত ধাতু চাল শাখায়ে অষ্ট প্ৰকৃতি।
দশ বায়ু পাত ঈশজীৱ দুই পক্ষী থাকে আতে নিতি॥ (৫)

ঋতু চক্ৰৰ আৱৰ্তনে প্ৰকৃতি বুকুত যি পৰিৱৰ্তনৰ প্ৰচণ্ড জোৱাৰ তোলে—সিয়েই সৃষ্টিকামী কবিৰ কাব্যত অমৰত্ব লাভ কৰে। মূলানুগ হলেও শংকৰদেৱৰ বৰ্ষা আৰু শৰৎ বৰ্ণনা দুটি চিত্ত চমৎকৃত সৌন্দৰ্য-মণ্ডিত

বৰ্ষা বৰ্ণনৰ নিম্নোক্ত স্তৱক মালাই বৰ্ষাকালীন বিভিন্ন ৰূপচ্ছটা সোজ্জ্বল কৰি তোলে বাৰে বৰ্ষে বায়ু কুশুনিয় যাত গোল। গগনক ঢাকি মহা মেঘৰ আন্দোলন॥ ৭৭৬

০ ০ ০

নাদ শুনি মেঘৰ ভেকৰ বোল চড়ে। গুৰু পাঠ দিলে যেন শিষ্য পাচে পঢ়ে॥ ৭৮১

০ ০ ০

কৰিল গুৱালী পন্থ বগা থানে থান অসংখ্যাত বেংগচত্ৰ দেখি বিত্তমান। বৃষ্টি জল পায়া শস্য কৰে হলফল। দেখি কৃষকৰ মনে মহা কতুহল॥ ৭৮৪

০ ০ ০

মেঘৰ সম্বাদে মিলে আনন্দ প্ৰচুৰ চালি ধৰি নাচৈ আসি অনেক ময়ূৰ॥ ৭৯০

শ্ৰীকৃষ্ণৰ গোবৰ্দ্ধন ধাৰণ অধ্যায়ত বৰ্ষাৰ ৰূপটি অধিক জীৱন্ত—

ইন্দ্ৰৰ আদেশে আসি মহা মেঘগণ। পৰম প্ৰতাপে কৰে গগনে গৰ্জ্জন॥

(৪) অমৃত—১খন পদ ৭৭—৭৯২ ৫) দশম পদ—৮৯

হৰ হৰ শবদ পুৰিল দিশ পাশ। বজ্ৰৰ নিপাতে যেন হৈল গভ ত্ৰাস ॥ ১০০৩

o o o

শিলা বৃষ্টি পৰৈ ছটেও হাড়খুৰ ঘাৰ। পেটৰ তলত দাম্বুৰিক কৰৈ আৰ ॥ ১০০৮

শৰৎ ঋতুৰ বৰ্ণনা প্ৰসংগত বিভিন্ন উপমা প্ৰয়োগেৰে কবিয়ে শৰতে কেনেকৈ আকাশৰ মেঘ আঁতৰাই জীৱ জন্তুক মুক্তমনে বিচৰণৰ সুযোগ দি বাটৰ বোকা পানী আঁতৰাই মলিয়ন জলৰাশি স্বচ্ছ নিমল কৰি তোলে তাৰ বৰ্ণাঢ্য বৰ্ণনা দিছে।

নিৰ্জীৱ পদাৰ্থক সজীৱতা আৰোপ কৰাটোক personification বা সমাসোক্তি কোৱা হয়। 'ৰাসলীলা'ত শ্ৰীকৃষ্ণ অন্তৰ্ধান হোৱাৰ পাচত কৃষ্ণ বিৰহ আকুলা গোপীসৱে শ্ৰীকৃষ্ণৰ অন্বেষণত প্ৰকৃতিৰ গছ-লতাক সম্বোধন কৰি সুধাটো সমাসোক্তিৰ অত্যুজ্জ্বল চানেকি। দৃষ্টান্তস্বৰূপে—

শুনিয়ো অশ্বত্থ কপিত্থ থৈকৰ কাঞ্চন চম্পা পাকৰি ॥ ১০১৪
হে কুৰুবক অশোক নাগৰ কোনে উপকাৰ বুজৈ।
তোমাসাৰে পুষ্প আনি সৱ প্ৰাণী সমস্ত দেৱক পূজৈ ॥ ১০১৫
হে ৰাজ চম্পা কৰা অনুকম্পা তুমি পতিদান দিয়া।
শিৰীষ সেৱতী তই আৰে গতি গোবিন্দক দেখাউ নিয়া ॥ ১০১৬
হে জাই যূথী ঐ সখী মালতী দেখিলি গোপাল প্ৰাণ।
কৃষ্ণৰ বিৰহে নৰহে জীৱন ভাঙ্গে দেহ সমিধান ॥ ১০১৮ ইত্যাদি

বৈষ্ণৱ প্ৰাণ শংকৰদেৱৰ তনু মন কৃষ্ণপ্ৰেমত এনে ভাৱে আচ্ছন্ন আছিল যে তেওঁ সৰ্বত্ৰ ভগবান শ্ৰীকৃষ্ণৰে মোহন মুৰ্তি দেখিবলৈ পাইছিল। দৃষ্টান্ত স্বৰূপে, যি বৈকুণ্ঠৰ ভেত-উতপলে পূৰ্ণ সৰোবৰত ৰাজহংসই মৃণাল উভজি কেলি কৰে, পাৰত মলয়াই পাৰিজাতেৰে সৈতে লুকাভাকু খেলে আৰু চতাক ললিত লহৰ লহৰী তোলে—তাতেই 'ভ্ৰমৰ গণে গাৱৈ হৰি গীত। বৈষ্ণৱগণ শুনি আনন্দিত ॥' (ধ্যানবৰ্ণন, পদ ১০০) এনেদৰে ত্ৰিকূট পৰ্বতৰ নয়নাভি ৰাম সৌন্দৰ্যৰ মাজতো ভক্ত কবিয়ে শুনে—'হৰি গুণ গীত গাৱৈ গন্ধৰ্ব কিন্নৰে।' গতিকে শংকৰদেৱৰ ৰচনাৰ যি প্ৰকৃতিৰ বৰ্ণনা আছে—তাত নাই যৌৱনৰ উত্তাল তৰংগ, বাসন্তী বিহগীৰ মধুৰ সুৰৰ কলতান, আছে মাথো গৌঢ়তাৰ সংযম—কীণতটা তটিনীৰ অনুগুঞ্জন ॥

## ॥ শংকৰদেৱৰ ৰচনাত পূৰ্ব কবিৰ প্ৰভাৱ ।

বিভিন্ন দেৱ-দেৱীৰ বিভীষিকাপূৰ্ণ পূজা সেৱাৰ ঠাইত ভক্তি প্ৰধান ভাগৱতী ধৰ্মৰ প্ৰতিষ্ঠাৰে জন-সাধাৰণৰ মন কৃষ্ণমুখী কৰাৰ এক মহান আদৰ্শ আগত ৰাখি মহাপুৰুষ শংকৰদেৱে গীত-নাট ভটিমা, কাব্য আদি প্ৰণয়নৰ উপৰি উত্তৰাকাণ্ড ৰামায়ণ আৰু ভাগৱত পুৰাণৰ সাতোটা স্কন্ধৰ অসমীয়া অনুবাদ কৰে। শংকৰদেৱৰ লেখাৰ সৰহভাগেই অনুবাদমূলক হ'লেও শিৰোৰত মূলৰ সৌন্দৰ্য নষ্ট নোহোৱাকৈ দেৱভাষাৰ পৰা প্ৰাদেশিক ভাষা এটিত পদবন্ধ কৰা যে কিমান কষ্টসাধ্য কাম সি সহজেই অনুমেয়। প্ৰাদেশিক ভাষাৰ বিভিন্ন অৰ্থ প্ৰকাশক শব্দসম্ভাৰ ভাবক দোলা দিব পৰা ছন্দ আৰু লোকবচনৰ কাৰণে ৰাহতে অলংকাৰাদিৰ ওপৰত অনু-বাদক সিদ্ধহস্ত নহ'লে অনুবাদে জনপ্ৰিয়তা কিংবা সফলতাৰ সোপান ৰচিব নোৱাৰে। আজিৰ পৰা পাঁচশ বছৰৰ আগেয়ে সংস্কৃত গ্ৰন্থা-ৱলী অসমীয়ালৈ ৰূপান্তৰ কৰাৰ প্ৰধান অসুবিধা আছিল সম্ভৱতঃ উপযুক্ত শব্দ সম্ভাৰৰ। ৰামায়ণ-মহাভাৰত নাইবা ভাগৱত পুৰাণৰ লেখীয়া আধ্যাত্মিক ভাৱেৰে পূৰ্ণ পবিত্ৰ গ্ৰন্থক দৈনন্দিক জীৱনত ব্যৱহৃত ভাষাৰে অনুবাদ কৰিব'লৈ গ'লে "উদাত্তক অৰ্বাচীনলৈ নমাই পুণ্যবস্তুদূষক অধৰ্ম" কৰা নামান্তৰ হয়, আনহাতে তৎসম শব্দেৰে ভাৰাক্ৰান্ত হ'লেও সি জনগণৰ অবোধগম্য হৈ পৰিব। গতিকে দুইকূল ৰক্ষা কৰি কবিয়ে কৰ্ম ক্ষেত্ৰত আগবাঢ়িব লগা হৈছিল। অৱশ্যে এই ক্ষেত্ৰত কবি শংকৰদেৱ কিছু ভাগ্যবান। তেওঁৰ পূৰ্ব কবি মাধৱকন্দলীয়ে চতুৰ্দশ শতাব্দীতে বৰাহী ৰজা মহামাণিক্যৰ অনুৰোধত আদিকবি বাল্মিকী বিৰচিত ৰামায়ণ মহাকাব্যখনি এটি বিশেষ ভাষাশৈলীত অসমীয়ালৈ অনুবাদ কৰি ভাবীপুৰুষলৈ এটি অনুপম চানেকি থৈ যায়। অন্যান্য প্ৰাক্-শংকৰ যুগৰ কবিসকলেও

মহাভাৰতৰ ভিন্ন পৰ্বৰ অনুবাদকৰ্ম সম্পাদন কৰে। গতিকে শংকৰদেৱে তেওঁৰ কাব্য প্ৰণয়নৰ ক্ষেত্ৰত পূৰ্ব কবিসকলে ব্যৱহাৰ কৰা শব্দ সম্ভাৰ, বাক্য-ৰীতি জতুৱাঠাঁচ, প্ৰবাদ-প্ৰবচন আৰু ছন্দসম্ভাৰ আহৰিকাৰ প লৈ পাৰিছিল। ড মহেশ্বৰ নেওগে ক'বৰ দৰে—

"Sankara received a literary form of language, wise poise and beauty and a few verse forms as a legacy from his predecessors, he enlarged the scope of this literary language, coined the novel idiom of Brajabuli for his drama and certain types of his songs and added variety and richness to the verse forms" (১)

কবিয় নিজেই ভাগৱত পুৰাণৰ অনুবাদ কৰোঁতে স্বীকাৰ কৰিছে

মহাভাগৱত তাৰ কোন তত্ত্ব
বুজিবাক সমুদায়।
লৈলো যেন মতি ৰচিলোঁ সম্প্ৰতি
পদ আদৰ্শক চাই ॥ (২)

'পদ আদৰ্শক চাই' বোলোঁতে শংকৰদেৱে কেনে ধৰণৰ প্ৰভাৱৰ স্বীকৃতি দিছে তাক খাটাংকৈ কোৱা টান। তথাপি হৰিবৰবিপ্ৰ কবিৰত্ন সৰস্বতী, মাধৱ কন্দলী আদিৰ প্ৰভাৱ আমাৰ আলোচিত কবিজনাৰ কাব্যত চগা চোৰকাটৈক পৰা যেন লাগে। তলত এই বিষয়ে চমুকৈ আলোচনা কৰা হ'ল।

শংকৰদেৱৰ ৰচনাত অসমীয়া কবিৰ প্ৰভাৱৰ কথা কোৱাৰ আগেয়ে অনা অসমীয়া বৈষ্ণৱ কবি দুই একজনৰ প্ৰভাৱৰ কথা আলোচনা কৰাটোও নিশ্চয় অপ্ৰাসংগিক নহ'ব। 'গীত গোবিন্দ'ৰ কবি জয়দেৱৰ প্ৰলয় পয়োধি জল'ৰ সৈতে দশাৱতাৰৰ বৰ্ণনা থকা 'কেলিগোপাল নাট'ৰ মুক্তি মংগল ভটিমাৰ সদৃশ্য ডঃ নেওগে লক্ষ্য কৰিছে। ইয়াৰ উপৰি একখন নাটৰে "ৰাধাং বিধায় হৃদয়ে ভজামি ব্ৰজ সুন্দৰী" (৩/১) ৰ পদ চয়ন কৰা। অকল ইয়ানে নহয়,

(১) Neog M.—Sankardeva and His Times PP 156
(২) অইন বন্ধ—পদ ৩১১
(৩) Neog M—ibid, PP 193.

'গীত গোবিন্দ'ৰ ছন্দ আৰু ভাষাৰ প্ৰভাৱো শংকৰদেৱে গ্ৰহণ নকৰাকৈ থকা নাই। দৃষ্টান্ত স্বৰূপে,

ধীৰে সমীৰে / যমুনাতীৰে / বসতি বনে বন / মালী।
গোপী পীন / পয়োধৰ / মৰ্দন চঞ্চল কৰ যুগ / শালী॥

—গীত-গোবিন্দ

জয় বক / কুবলয় ধেনুক / কেশ কংসনাশী / বন / মালী।
গোপী পীন / পয়োধৰ / ধৰিষণ চঞ্চল কৰ যুগ / শালী॥ ১

—শংকৰদেৱ।

মৈথিল- কোকিল বিদ্যাপতিৰ পদাৱলীৰ সৌন্দৰ্যয়ো শংকৰদেৱৰ লেখাৰ ৰং চৰাইছে। উদাহৰণ স্বৰূপ নিম্নোক্ত পাৰী কেইটালৈ আঙুলিয়াব পাৰি—

(ক) এ সখি কওনু কয়লো হাম দুখ কঙ্কচোৰ।
দহ দহে কাম আংগি আলিংগন কোৰ॥

—শংকৰদেৱ।

এ সখি হামাৰি দুখৰ নাহি ওৰ।
চিৰদিন মাধৱ মন্দিৰে মোৰ—বিদ্যাপতি।

(খ) উদ্ধৱ চলহু গোকুল লাই।
হামু বিনে গোপীৰ তিলেক যুগ যায়॥

—শংকৰদেৱ।

সজল নয়ন কৰি নিয়া পথ হেৰি হেৰি।
তিল এক এয়ে যুগ চাৰি॥—বিদ্যাপতি।

মহাপুৰুষ শংকৰদেৱে কীৰ্ত্তন, ৰুক্মিণী হৰণ কাব্য, হৰিশ্চন্দ্ৰ উপাখ্যান আৰু ভাগৱতৰ। বিভিন্ন স্কন্ধৰ অনুবাদ প্ৰাক্ শংকৰ যুগৰ কবিসকলে ব্যৱহাৰ কৰা 'সাহিত্যিক ভাষা প্ৰয়োগ কৰিছিল যদিও অংকীয়ানাট আৰু বৰগীতত ব্যৱহাৰ কৰা ভাষা হল ব্ৰজাৱলী। ব্ৰজাৱলী অসমৰ কথিত কিংবা সাহিত্যিক ভাষা নহয়,—ই মধ্যযুগীয় উত্তৰ ভাৰতৰ ভক্তকবিসকলে ব্যৱহাৰ কৰা এটি কৃত্ৰিম সাহিত্যিক ভাষা বুলি ভাষাতাত্ত্বিক সকলে স্বীকৃতি দিছে। বিদ্যাপতি, সুৰদাস আদিৰে ভেঁওলোকৰ পদাৱলীত ৰচনা কৰা সাহিত্যিক ভাষাটোত স্থানীয় ভাষাৰ দুই এটি বৈয়াকৰণিক বৈশিষ্ট্য আৰু

শব্দ-সম্ভাৰৰ সন্নিৱেশেৰে মহাপুৰুষ অসমীয়া ব্ৰজাৱলী ভাষাৰ সৃষ্টি কৰে। "স্থানীয় ভাষাৰ বৈয়াকৰণিক বৈশিষ্ট্য' বোলোতে পণ্ডিত-সকলে চৰ্যাপদ'ক আঙুলিয়াইছিল নে নাই ক'ব নোৱাৰোঁ, কিন্তু অসমীয়া ব্ৰজাৱলীত চ'লে চৰ্যাপদত ব্যৱহৃত শব্দ সম্ভাৰৰ উপৰি নান বৈয়াকৰণিক বৈশিষ্ট্যও বিদ্যমান। (৪)

চৰ্যাপদ সমূহ গেয় সাহিত্যৰ অন্তৰ্ভুক্ত ইবোৰত বিভিন্ন ৰাগৰ উল্লেখ থকাৰদৰে মহাপুৰুষৰ বৰগীত আৰু অংকৰগীত সমূহতো বিভিন্নৰাগৰ প্ৰয়োগ আছে। গতি'ক দ্বিতীয়বিধ মাৰ্গগীত প্ৰথম-বিধৰ আদৰ্শত ৰচিত হোৱা বুলিলে নিশ্চয় কোনোৱে আচৰিত নহ'ব। ছন্দৰ ক্ষেত্ৰতো শংকৰদেৱ আনকি তেওঁৰ পূৰ্বৱৰ্তী কবি-সকলো কিছু পৰিমাণে চৰ্যাপদৰ ওচৰত ধৰুৱা। অক্ষৰাবৃত্ত আৰু মাত্ৰাবৃত্ত—এই দুয়োবিধ ছন্দৰেই প্ৰত্নৰূপ চৰ্যাপদত সংৰক্ষিত হোৱা দেখা যায়।

শংকৰদেৱৰ লেখাত আন আন প্ৰাকশংকৰী কবি মাধৱকন্দলিৰ প্ৰভাৱেই সৰহ। ইংলণ্ডৰ নাট্যকাৰ ছেক্সপীয়েৰে নাট প্ৰণয়নৰ প্ৰাক্-মুহূৰ্তত তেওঁৰ পূৰ্বৱৰ্তী নাট্যকাৰ মাৰ্লোৰ প্ৰশস্তি গোৱাৰ দৰে আমাৰ কবিয়েও উত্তৰাকাণ্ড ৰামায়ণ অসমীয়ালৈ ভাঙোতে শ্ৰদ্ধাৰে পূৰ্বকবিক স্মৰণ কৰিছে —

পূৰ্বকবি অপ্ৰমাদী মাধৱকন্দলি আদি
তেহে লিখাচিলা ৰাম কথা।
হস্তীৰ দেখিয়া লাদ শশা যেন ফাৰে মাৰ্গ
মোৰ ভৈল তেহ্নয় অৱস্থা॥ (৫)

মাধৱকন্দলিয় বাল্মিকীৰ অনুগতহৈ "পুস্তক বিচাৰি যেবে তৈত কথা নপাবাহা তেবে সবে নিন্দিবা আমাক।" বুলি পাঠকক মিনতি জনোৱাৰ সুৰতেই ভক্ত কবি শংকৰদেৱেও কৈছে :

"কৰ যোৰে বোলো স্তুতি বাক
পূৰ্ব পাৰ শাস্ত্ৰ চাই যেবে দেখা কথা নাই
তেবে সবে নিন্দিবা আমাক॥"

---

(৪) উপেন্দ্ৰ নাথ গোস্বামী—ভাষা আৰু সাহিত্য (১৯৫৬) পিঠি-৮-১১
(৫) উত্তৰাকাণ্ড ৰামায়ণ, পদ ৩৫২

কন্দলিৰ কাব্যত প্ৰয়োগ কৰা পদ বা পদাৰ, ত্ৰিপদীৰ ভিতৰত ছবি আৰু তুলৰী আৰু ঝুমুৰী ছন্দৰ বহুল ব্যৱহাৰ শংকৰদেৱে কৰিছে। অৱশ্যে সৃজনী প্ৰতিভা সম্পন্ন পৰৱৰ্তী কবি গৰাকীয়ে লেছাৰী মুক্তাৱলী কুসুমমালা আদিকে নতুন ছন্দ সম্ভাৰ সৃষ্টিৰে অসমীয়া কবিতাৰ শ্ৰীসাধনা নকৰা নহয়। তৎসম, অৰ্দ্ধ-তৎসম আৰু তদ্ভৱ শব্দৰ প্ৰয়োগৰ উপৰি জতুৱাঠাঁচ আৰু প্ৰবচনৰ সংযোজনাৰে কন্দলীৰ কাব্যক জনপ্ৰিয়তাৰ তুৰীয় স্তৰ'ল নিয়াৰ আদৰ্শ কবি শংকৰদেৱেও ৰুক্মিণীহৰণ, দশম প্ৰভৃতিত পূৰ্ণদামে গ্ৰহণ কৰিছে। অনুবাদ কৰিলেও ৰামায়ণৰ কবি গৰাকীয়ে প্ৰকৃতি চৰাই-চিৰিকতি আৰু মানুহৰ আচাৰ-বিচাৰ কিম্বা লোক-বিশ্বাসৰ ক্ষেত্ৰত অসমৰ প্ৰকৃতি, চৰাই-চিৰিকতি আৰু অসমীয়া জীৱনৰ বিভিন্ন চিত্ৰ ৰূপায়িত কৰাৰ দৃষ্টান্ত"(৬) বৈষ্ণৱ কবি শংকৰদেৱৰ অনুবাদ আৰু নাটকত সংৰক্ষিত হৈছে।

নৰ নাৰীৰ ৰূপৰ বৰ্ণনাৰ ক্ষেত্ৰতো শংকৰদেৱৰ ওপৰত কন্দলিৰ প্ৰভাৱ নপৰাকৈ থকা নাই। ৰামচন্দ্ৰ, সীতাদেৱী বা উৰ্মিলাৰ নখশিখ বৰ্ণনাৰ ক্ষেত্ৰত কন্দলিয়ে যিবোৰ উপমা গ্ৰহণ কৰিছে, সেই একেবোৰ উপমাৰ সহায়তে শংকৰদেৱেও ৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ, ৰুক্মিণী, সীতাদেৱী বা মোহিনীৰ ৰূপৰ বৰ্ণনা দিছে। তাতকৈ লক্ষণীয় কথা, কন্দলিয়ে কাব্যত ব্যৱহাৰ কৰা বহুতো শাৰীৰে সৈতে শংকৰদেৱৰ ৰচনাৰ অনেক শাৰীত অদ্ভুত ভাবে মিলি যোৱাতো। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই তেওঁৰ 'সাহিত্যৰ আভাস' গ্ৰন্থত এনে মিলৰ বহুল দৃষ্টান্ত দিছে। (৭) দৃষ্টান্ত স্বৰূপে—

কন্দলি

(ক) অগনি দহয়ে পিম্পৰাৰ দিয়াপথ।

(খ) অনুচিত পিম্পৰাৰা নিচিন্তই মাৰ।

(গ) ওৱাৰি শ্মশান শাল চিন্তা আমপাতি।
কৈকেয়ীৰ বচনে খোচনি তৈলা বাতি॥

(ঘ) তুলৰ সয্যাত যেনাইলন্ত বাযে গাই।

(ঙ) দেখিয়া সবমা সৈল জানকীৰ চিন্তা।
অখাতক কথা আই নতু শুনা সীতা॥

(৬) বিৰিঞ্চি কুমাৰ বৰুৱা—কন্দলিৰ ৰামায়ণত অসমীয়া জীৱন (সাহিত্য সভা পত্ৰিকা, সপ্তম বছৰ, দ্বিতীয় সংখ্যা, পিঠি—১-২)

(৭) সত্যেন্দ্ৰ নাথ শৰ্মা—সাহিত্যৰ আভাস (১৯৬০) পিঠি (১২৯-৩৩)

(চ) পদূলি পদূলি শুনি উৰুলিৰ ধ্বনি।
(ছ) বিকট পিংগট জটা ভোৰোকাৰ দাৰি।
(জ) বোঝাৰ উপৰে যেন শাক পটন্তৰ।
(ঝ) লুণ্ডি ঘুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ।
(ঞ) সকলো দিশক কুটৰি ফুৰস যে উদযাৰ যাও।
(ট) সভাখান ভৈলযেন নির্মল গগন
ৰজাসৱ ভৈলা যেন নক্ষত্র শোভা॥
(ঠ) সাজ্ঞি মাজ্ঞি পদূলি পদূলি কইলা কল।
(ড) হাৰিয়া জিনয় কতো জিনিযা হাৰয়।
কহিতে শুনিলা সর্বকালে হোৱে জয়॥
শংকৰদেৱ .
(ক) একে জুইমৰো আৰু পিম্পৰিৰ গণ (উত্তৰাকাণ্ড পদ, ৩৭৬)
(খ) অশুচিতে পিম্পৰাবো নিস্তিয়মাৰ। (ক হ কা পদ ১৪)
(গ) আমি ঋষি দুৰ্বাসা খোচনি ভৈল দাণ্ডি।
কালৰ বচনে তোৰ ভৈল আমগাণ্ডি॥ (চক্ৰবাক গু, পদ ৫৮০)
(ঘ) সুৱৰ্ণৰ খাটত যেনাইলা পাছে গাৱ। (ক হ কা, পদ ১২৪)
(ঙ) হৰস ফৰস কৰি কথা কাহে তাই।
অথন্তৰে কথা আছে নতু শুন আই॥ (ক হ কা, পদ ৮০)
(চ) পদূলি পদূলি শুনি উৰুলি আৱাৱ। (ক হ কা, পদ ১৮)
(ছ) ভেৰাকাৰ দাৰি শন পাজ্ঞি কশ পাশি।
(জ) বোঝৰ উপৰে হেন দিলা শাক আটি।—অষ্টমস্কন্ধ।
(ঝ) লুণ্ডি ঘুণ্ডি দুনাই নিয়া শয্যাত শুৱাইলা।—ভাগৱত।
(ঞ) উদয়াৰ যাত যেন ঘৰে মাটি খাই॥ (ক হ কা পদ ৬৫০)
(ট) নির্মল গগন যেন ভৈল সভাখান।
লক্ষেক নৃপতি তাতে ভৈলা তাৰাগণ॥ (ক হ কা পদ ১৩০)
(ঠ) সাজ্ঞি মজ্ঞি পদূলি পদূলি কইলা কল। (ক হ কা, পদ ৬৫০)
(ড) হাৰিয়া জিনয় কেহো জিনিয়া হাৰয়।
সর্বকালে সংসাৰত কাৰো নাই জয়॥ (ক হ কা. পদ ৬৪৯)

হৰধনু ভংগ কৰি ৰাম-লক্ষ্মণ সীতাৰ সৈতে প্ৰৱেশ কৰাত অযোধ্যা নগৰীৰ আনন্দ-উলাহ কিংবা পিতৃ সত্য পালি ৰাম লক্ষ্মণে চৈধ্য বছৰ বনবাস খাটি অযোধ্যালৈ প্ৰত্যাবর্তন কৰোঁতে নৰ-নাৰী

সকলৰ যি আনন্দ মুখৰ পৰিবেশৰ চিত্ৰ অংকন কৰিছে, তাৰ লগত কৃষ্ণৰ আগমনত কুণ্ডিল নগৰীৰ উলাহ-আনন্দৰ ছবিক সহজতে বিজাব পাৰি ।

মাধৱকন্দলিৰ উপৰি আনকেইজনা প্ৰাক্‌-শংকৰী কবিৰ প্ৰভাৱো কিছু পৰিমাণে শংকৰদেৱৰ কাব্যত নপৰা নহয় নাই । হেমসৰস্বতীয়ে "প্ৰহ্লাদ চৰিত্ৰ"ৰ আৰম্ভণীতে নাৰায়ণক নমস্কাৰ জনাই দৈত্যৰ শাস্ত্ৰক বামানয় বুলিছে । বৈষ্ণৱ কবি শংকৰদেৱেও প্ৰহ্লাদ চৰিত্ৰ'ত দৈত্যৰ শাস্ত্ৰৰ লগতে বৌদ্ধৰ শাস্ত্ৰকো 'বামানয়' আখ্যা দিছে । ছুয়োজনা কবিয়ে ব্যৱহাৰ কৰা 'বামানয়' শব্দ মূলত পাবলৈকে নাই । প্ৰাক্-শংকৰী যুগৰ বুলি কথিত আন এগৰাকী কবি কবিৰত্ন সৰস্বতীৰ জয়দ্ৰথ বধৰ "কৈলাশবৰ্ণনা"ৰ সৈতেও শংকৰদেৱৰ দিব্য উপবনৰ বৰ্ণনাত একে একে ফুলৰ শোভা পখীৰ কূজন আৰু ছন্দৰ ঝংকাৰে পাঠকক সাদৃশ্যৰ পৰিধি চমু চপাই আনে । উদ্ধৃতি নিষ্প্ৰয়োজন । হৰিবৰ বিপ্ৰ প্ৰাক্ বৈষ্ণৱ যুগৰ আন এগৰাকী শক্তিশালী কবি । 'লৱকুশৰ যুদ্ধ'ত সীতা-লক্ষ্মণ গংগাৰ পাৰত উপস্থিত হওঁতে তাৰ প্ৰকৃতিৰ বৰ্ণনাৰ ক্ষেত্ৰত মূলত থকা মাত্ৰ বাৰবিধ গছৰ পইনা লৈয়ে অসমীয়া কবিয়ে তিনিকুৰিতো অধিক অসমত প্ৰাপ্ত গছ গছ'নৰে পূৰ্ণ এখনি ডাঠ-হাবিৰ চিত্ৰ অংকন কৰাৰ আদৰ্শতে হয়তো শংকৰদেৱে হৰ মোহন' ৰচনা কৰোঁতে মূলভাগৱতৰ মাত্ৰ এটি শ্লোকৰ আলমত বিভিন্ন গছ-গছনি আৰু ফুলৰ গছেৰে পৰিপূৰ্ণ দিব্য উপৱনখনিৰ ছবি আঁকিব পাৰে ।

এনেকৈয়ে মহাপুৰুষ শংকৰদেৱে পূৰ্বৱৰ্তী কবি সকলৰ পৰা ভাব-ভাষা আৰু ছন্দসজ্জাৰ আদৰ্শ গ্ৰহণ কৰি নিজৰ সৃজনী প্ৰতিভাৰ সোণপানী চটিয়াই বিধে বিধে সাহিত্যৰ সৃষ্টি কৰি অসমীয়া সাহিত্য কানন জাতিকাৰ কৰি গৈছে ।

## শংকৰোত্তৰ সাহিত্যত শংকৰী সাহিত্যৰ ভূমিকা

Sankardeva was like the glorious sun under whose wormth of mind Assam blossomed like a lotus of thousand petals (সহস্ৰদল কমল) It is difficult to imagine how deep and widespread was the influence of Sankardeva on the cultural renaissance that burst forth in medieval Assam (অধ্যাপক বাসুদেৱ শৰণ আগ্ৰৱাল) শংকৰ সূৰুযৰ নৱোন্মেষ শালিনী প্ৰতিভাৰ দেদীপ্যমান দীপ্তিযে অসমীয়া সাহিত্য সংস্কৃতিৰ শতদল বিকশিত কৰাটো এটা ঐতিহাসিক সত্য। বাৰে বৰণীয়া অসমীয়া সংস্কৃতিৰ বৰঘৰলৈ নগৈ মাথোন সাহিত্যৰ মৰাল ঘৰত সোমালেই দেখিম যে শংকৰ দেৱে নিজে অসমীয়া সাহিত্যক এটি বিশিষ্ট ৰূপ দিয়াতে ক্ষান্ত নাথাকি ভাবী পুৰুষলৈকেও অনুকৃতিৰ অনেক সমল ৰাখি থৈ যায় প্ৰকৃত প্ৰতিভাৰ সাৰ্থকতা ইয়াতেই।

অসামান্য প্ৰতিভা সম্পন্ন মাধৱদেৱৰ গুৰু-অনুকৰণ স্পৃহা সৰ্বদা লক্ষণীয়। এই জনা কবিৰ হেজাৰী ঘোষাৰ এক বৃহৎ সংখ্যক স্তৱক শংকৰ স্মৃতিৰ মাধুৰ্যৰে মণ্ডিত। (১) গুৰু-মহিমা ভো প্ৰবাহিত হৈছে—গুৰুৰ প্ৰতি থকা অকৃত্ৰিম অবিচলিত ভক্তিৰ মন্দাকিনীধাৰা—গদ্ গদ্ সুৰত। আদি কাণ্ড ৰামায়ণৰ অনুবাদ কৰ্ম সম্পাদিত হৈছিল—গুৰুজনাৰ আদেশত (২), শংকৰ দেৱৰ জীৱন কালতে 'ৰাধমথ-অৰ্জুন ভঞ্জন' অংকখনি ৰচনাকৰাৰ সংবাদো গুৰু চৰিতত আছে। (৩) গুৰুজনাৰ বাৰকুৰি বৰগীত'ৰ ভাব-

(১) বাণীকান্ত কাকতি—পুৰণি অসমীয়া সাহিত্যৰ নামঘোষা প্ৰবন্ধ দ্ৰষ্টব্য

(২) উপেন্দ্ৰ নাথ লেখাৰু (সম্পা)—কথা গুৰু চৰিত (১৯৫২) পিঠি—১১৯

(৩) ৰামচৰণ ঠাকুৰৰ গুৰু চৰিত নাইবা মহেশ্বৰ নেওগ সম্পাদিত 'বৰদোৱা গুৰু চৰিত' (১৯৭৭) চাওক

ভাষাৰ আদৰ্শত মাধৱদেৱৰ উপৰি ভৱানী পুৰীয়া গোপাল আতা, ৰামচৰণ ঠাকুৰ দৈত্যাৰি ঠাকুৰ, পুৰুষোত্তম চতুৰ্ভুজ শ্ৰীৰাম আতা, ৰামানন্দ, যদুমণিদেৱ আৰু অনিৰুদ্ধদেৱ প্ৰমুখ্যে আনন্দ সন্ত মহন্তই ভক্তি গীত-পদৰ সৃষ্টি কৰি আহোম যুগৰ অন্তিম তৰংগলৈকে অব্যাহত ৰখাটো আনন্দৰ কথা। (৪)

শংকৰদেৱৰ সৰ্বাধিক জনপ্ৰিয় 'কীৰ্তন ঘোষা"ৰ সাৰ্থক, অসাৰ্থক বিভিন্ন অনুকৰণৰ ভিতৰত অনন্ত ঠাকুৰৰ ৰামায়ণ গীতিকা 'ৰাম কীৰ্তন" আৰু ৰত্নাকৰ মিশ্ৰৰ "গীতা কীৰ্তন", উল্লেখযোগ্য। ৰুক্মিণী হৰণ কাব্যই চন্দ্ৰ ভাৰতীৰ কুমৰ হৰণ প্ৰমুখ্যে পৰৱৰ্তী কেবাজনো কবিক আদি ৰসাত্মক কাব্য প্ৰণয়নত নিঃসন্দেহ উৎসাহ যোগাই ছল। শংকৰদেৱৰ ভাব ভাষা, আদৰ্শ আৰু নামকৰণ অনন্তকন্দলিৰ লেখাত জীণ যোৱা সহজতে দেখা যায়। দৃষ্টান্ত স্বৰূপ, মূল ভাগৱত নাইবা হৰিবংশৰ অনামী ব্ৰাহ্মণ জনে শংকৰ দেৱৰ হাতত বেদনিধি বৰ্ণ লোৱাৰ দৰে চন্দ্ৰভাৰতী বৰ্ণিত ৰুক্মিণীৰ সয়ম্বৰতো আমি বেদনিধিক লগ পাওঁ। দামোদৰ বিপ্ৰ নামটিও শংকৰৰ নিজা উদ্ভাৱন, কিয়নো মূলত আছে—'কশ্চিদ ব্ৰাহ্মণো ব্ৰহ্মবিত্তম্"। কন্দলিৰ লেখাতো দামোদৰ বিপ্ৰই ভুমুকি মাৰিছে। তদুপৰি কন্দলিৰ পাৰিজাত হৰণ শ্ৰীকৃষ্ণ আৰু উদ্ধৱৰ কুঁজীৰ গৃহলৈ গমন শ্যমন্তক হৰণ, জৰাসন্ধৰ যুদ্ধ কালযৱনে বধ শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ কথোপকথন প্ৰভৃতি অধ্যায়ত মহাপুৰুষ শংকৰদেৱৰ পাৰিজাত হৰণ নাট, কীৰ্তনৰ কুঁজীৰ বাঞ্ছা পূৰণ, অক্ৰূৰৰ বাঞ্ছা পূৰণ, শ্যমন্ত হৰণ, জৰাসন্ধৰ যুদ্ধ, কালযৱন বধ আৰু ৰুক্মিণীৰ প্ৰেম কলহ অধ্যায়ৰ প্ৰত্যক্ষ প্ৰভাৱ সুস্পষ্ট। (৫)

অনন্ত কন্দলিৰ লেখাৰ বহুখোৰ শাৰী শংকৰদেৱৰ লগত অদ্ভুতভাৱে মিলিযোৱাটোও মন কৰিবলগীয়া কথা। ড° নবীন

---

(৪) এই গীতৰ চানেকি সত্যেন্দ্ৰ নাথ শৰ্মা সম্পাদিত 'ভক্তি গীত সংকলন' আৰু মহেশ্বৰ নেওগ সম্পাদিত "ভক্তি-গীত সংকলন' (অপ্ৰকাশিত) ত সন্নিবিষ্ট হৈছে।

(৫) নবীন চন্দ্ৰ শৰ্মা—অসমীয়া সাহিত্যৰ আলোকৰেখা (১৯৬৮) পিঠি ১২৪-৪৩

শৰ্মাদেৱে তেওঁৰ সম্পাদিত 'কুমৰ হৰণ কাব্য'ত এনে মিলৰ আঠোটা শাৰীৰ উদ্ধৃতি দিছে এনেদৰে—(৬)

কন্দলি—(১) শিশুৰূপ ধৰি ৰবি আছো মাধৱক স্বামী ।
(২) ইংগিত জানিল আসিলন্ত প্ৰাণহৰি ।
(৩) হেনদেখি শিশুপাল/ৰজাৰ মুণ্ডত যেন/আকাশী সৰগ ভাগি গৈল ॥
(৪) কৃষ্ণক কলংক দিলা ৰজা সত্ৰাজিত ।
(৫) তীক্ষ্ণ শৃংগ আগে মাখি হোৱয় দোহাৰ ।
(৬) জগতৰ আত্মা ইটো পৰম দৈৱত ।
(৭) তোমাৰ ৰাজ্যত এথা নাহি ধনুৰ্দ্ধৰ ।
(৮) কৰিলা বিশ্বাস নৃপু সকৰ বাক্যত ।

শংকৰদেৱ—(১) শিশু ধৰি ৰবি আছা মাধৱক স্বামী ।
(১) ইংগিত আসিলন্ত প্ৰাণহৰি ।
(৩) দেখি শিশুপাল/ৰজাৰ মুণ্ডত যেন/আকাশী সৰগ ভাগি গৈল ॥
(৫) কৃষ্ণক কলংক দিলা ডৰি সত্ৰাজিত ।
(৫) শৃংগ আগ পৰি হোৱৈ মাখিৰো দোহাৰ ।
(৬) জগতৰে আত্মা মোৰ পৰম দৈৱত ।
(৭) তোমাৰ ৰাজ্যত তোৰ নাহি ধনুৰ্দ্ধৰ ।
(৮) কৰিলা সপ্তাত নৃপু সকৰ বচনে ॥

শংকৰদেৱৰ কোষগ্ৰন্থ 'ভক্তি-ৰত্নাকৰ'ৰ আহিত বৈকুণ্ঠনাথ ভট্টাদেৱে সংস্কৃতত "ভক্তি বিবেক" সংকলন কৰে -ৰামচৰণ ঠাকুৰে ভক্তি-ৰত্নাকৰৰ ছন্দানুবাদ আৰু গোপাল চৰণ দ্বিজ কথাত ভাঙনি আগবঢ়ায় । মহাপুৰুষৰ ভাগৱত পুৰাণৰ অনুবাদ কৰ্মই অনন্ত কন্দলি, অনিৰুদ্ধদেৱ, গোপালচৰণ দ্বিজ আৰু কেশৱদাস আদিক প্ৰভাৱাম্বিত কৰা দেখা পাওঁ । (৭) গোপাল চৰণ দ্বিজৰ 'হৰিবংশৰ পদ অনুবাদৰ বিভিন্ন অংশত পাৰিজাত হৰণ নাটৰ স্পষ্ট ধ্বনি প্ৰতিধ্বনিত হোৱাৰ উপৰি (৮) ৰামচৰণ, দৈত্যাৰি আদি

(৬) নবীন চন্দ্ৰ শৰ্মা (সম্পা ) কুমৰ হৰণ কাব্য (১৯৬৮) পিঠি—২২
(৭) S N Sarmah—Epics and Puranas in Early Assamese Literature (1972) Pp—156—186
(৮) সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পা ) পাৰিজাত হৰণ নাট (১৯৮২) পিঠি ৭

চৰিতাকাৰ সকলৰ চৰিত পুথি সমূহত অসমীয়া ভাগৱতৰ ৰচনা-ৰীতিৰ প্ৰভাৱো সুৰক্ষিত হৈছে। (৯)

দামোদৰ দেৱৰ শিষ্য ভট্টদেৱে দামোদৰ গুৰুৰ আজ্ঞাত 'কীৰ্তন ভটিমা ছবি ছন্দডি সুছন্দৰ আহিত কথাৰ গীতা ভাগৱত আৰু ৰত্নাৱলী প্ৰণয়ন কৰি অসমীয়া কথা সাহিত্যত যুগান্তৰ আনিবলৈ সমৰ্থ হৈছে। ৰঘুনাথ মহন্তৰ "কথা ৰামায়ণ"ৰ আদি কাণ্ডত নিপতিত মহাপুৰুষ শংকৰদেৱৰ ৰাম-বিজয় নাটৰ গভীৰ প্ৰভাৱ ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে লক্ষ্য কৰিছে—তেওঁৰ সম্পাদিত "কথা ৰামায়ণ"ৰ পাণ্ডিত্য পূৰ্ণ পাতনিত। (১০) নিদৰ্শনা স্বৰূপে তলত দুটিমান ছেদৰ উদ্ধৃতি দিয়া হ'ল—

(ক) ৰাম বিজয় নাট—হে মুনিৰাজ তোহাৰি পদ পৰশে হামাৰ অযোধ্যাপুৰ পৱিত্ৰ ভেল। তুৱ দৰশনে হামাৰ জন্ম সাফল ভেল। (১১)

(খ) শ্ৰীৰামচন্দ্ৰ অঙ্গপৰ ধনুক বামহাতে ধৰিকহু ৰৈচে কুসুম মালাক উপৰক খেপি পুনৰ্বাৰ লাফি ধৰল, (১২)

(গ) হে মহা মুণিৰাজ, সে মহেশক ধনু বজ্ৰাধিক কঠিন। হামা বালক, তাহেক গুণ দিতে হামাৰ যোগ্যতা কৈচন হয়। তথাপি তোহাৰ আজ্ঞা পালিতে লাগবয়। (১৩)

(ঘ) হে মাতা বসুমতি তুহু থিৰ হয়া ৰহব। হে পিতা অনন্ত তুহু ভয় কয়ে পৃথিৱীক ধৰব। হে ঈশ্বৰ কূৰ্মৰাজ তুহু অনন্তক পৃথ্বীক সমন্ধ ধৰব। তোৰা সবৰ প্ৰসাদে স্বামী যদি গুণ দিতে পাৰয় তোহে জগতিৰ গতি হোয়। (১৪)

কথা ৰামায়ণ—

(ক) হে ঋষিৰাজ তোমাৰ পাদ পংকজে অযোধ্যা পূত ভৈল, তোমাৰ দৰশনে আমাৰ জন্ম সাৰ্থক ভৈল। (১৫)

---

(৯) মহেশ্বৰ নেওগ—শ্ৰীশ্ৰীশংকৰদেৱ (১৯৬৩) পিঠি ৮৫
(১০) সত্যেন্দ্ৰ নাথ শৰ্মা (সম্পা ) কথা ৰামায়ণ (১৯৫৮) পিঠি ১॥/ ১৪
(১১) শ্ৰীশংকৰ বাক্যামৃত পিঠি—৫
(১২) ঐ পিঠি—১২
(১৩) ঐ পিঠি—৭
(১৪) ঐ পিঠি—১২
(১৫) কথা ৰামায়ণ, পিঠি—১৪

খ ) শ্ৰীৰামচন্দ্ৰ মহেশ ধনুক লীলায়ে বামহস্তে ধৰি যৈচে কুসুম-মালা উৰ্ধক খেপি পুনুৰবাস কৰে লুফি ধৰল (১৬)

(গ) হে ঋষিৰাজ সে মহেশ ধনু বজ্ৰাধিক কঠিন • তোহো কহিচি। জে ধনুত গুণ দিতে মহা মহা ৰাজাসৱে বিমুখ হৈয়াচে তাহাত গুণ দিতে হামাৰ কি সামৰ্থ থিক। তথাপি পিতৃ তোমাৰ হাতে হামাক দিয়াচে। এতেকে তোমাৰ যে আজ্ঞা হামাৰ যে উচিত। (১৭)

(ঘ) হে মাতা বসুমতি তুমি থিৰ হোৱা হে পিতা অনন্ত তুমিও ভালে পৃথিৱিক ধৰিবা হে ঈশ্বৰ কুৰ্মৰাজ তুমি অনন্তক ভালে ধৰিবা। তেবে তোমাসবৰ প্ৰসাদে আমি গুণ দিতে সামৰ্থ হৈব। ওহি বুলি সিতা ৰামচন্দ্ৰৰ চান্দমুখ দৃষ্টি ভৰি নিৰাখী ৰহল। (১৮)

মহাপুৰুষ শংকৰদেৱৰ দ্বাৰা ৰচিত অংকীয়া নাটৰ ধাৰাটি এৰাধৰা ৰীতিৰে সত্ৰ-নামঘৰৰ পৃষ্ঠপোষকতাত আহোম ৰাজত্বৰ শেহলৈকে অব্যাহত থাকে। অৱশ্যে ‘শংকৰোত্তৰ নাট্যকাৰসকলে সূত্ৰধাৰৰ নিৰ্দেশ, কথা আৰু চৰিত্ৰৰ গদ্যোক্তি সমূহ বাদ দি গীত পয়াৰ আৰু ছান্দোক্তি সমূহ কীৰ্তন দশমৰ ভাষাত প্ৰায়ে ৰচনা কৰা দেখা যায়। (১৯) দৃষ্টান্ত স্বৰূপ, ভৱানী পুৰীয়া গোপাল আতাৰ ‘জন্মযাত্ৰা’ আৰু ‘নন্দোৎসৱ’ত মহাপুৰুষৰ দশমৰ পদাৱলীৰ প্ৰত্যক্ষ প্ৰভাৱ লক্ষণীয়। (২০) নন্দোৎসৱৰ গৰ্গ আৰু নন্দৰ মুখৰ উক্তি-প্ৰত্যুক্তি দশমৰ সৈতে অভিন্ন। উদ্ধৱযান অংকৰ অন্তৰ্ভুক্ত একুৰি পাঁচোটা গীতৰ অধিকাংশই মহাপুৰুষৰ পৰা চয়ণ কৰা। কেলিগোপাল নাটৰ গীতৰসাশ্ৰয়ী ধৰ্মীভাই উদ্ধৱযানকো স্পৰ্শ কৰিছে। (২১) দৈত্যাৰি ঠাকুৰৰ স্যমন্ত হৰণৰ নান্দীটো পাৰিজাত হৰণৰ পৰা উদ্ধৃত। নৃসিংহ যাত্ৰা আৰু স্যমন্তহৰণ দুয়োখনি

(১৬) কথা ৰামায়ণ, পিঠি—২৪
(১৭) ঐ পিঠি—১৭
(১৮) ঐ পিঠি—২৪
(১৯) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য (১৯৬৫) পিঠি—৭৪
(২০) অতুলচন্দ্ৰ বৰুৱা—সমালোচনা সাহিত্যৰ "জন্মযাত্ৰা" শীৰ্ষক প্ৰবন্ধ দ্ৰষ্টব্য।
(২১) সত্যেন্দ্ৰ নাথ শৰ্মা—প্ৰাগুক্ত গ্ৰন্থ, পিঠি—৭৮

অংকতে মহাপুৰুষ শংকৰদেৱৰ কীৰ্তনস্থ প্ৰহ্লাদ চৰিত্ৰ আৰু স্যমন্ত হৰণৰ অনুৰণন কোনো পধ্যেই অস্বীকাৰ কৰিব নোৱাৰি। অংকীয় নাটৰ আৰ্দশত সংস্কৃত ভাষাতো একাধিক নাটৰ সৃষ্টি উল্লেখ যোগ্য। (২১)

শংকৰ দেৱৰ ছন্দ কলা আৰু ভাষাৰ অতুৰা ঠাঁচ পৰৱৰ্তী কবি সকলৰ লেখাত অগান। অসমীয়া সাহিত্যৰ পুৰণি যুগৰ কথা বাদেই—আধুনিক যুগৰ একাধিক কবিকো গুৰুজনাৰ ভাব ভাষা আৰু ছন্দ সম্ভাই প্ৰভাৱান্বিত কৰিব পৰাটো আনন্দ আৰু গৌৰৱৰ কথা।

(২২) সত্যেন্দ্ৰ নাথ শৰ্মা—প্ৰাগুক্ত গ্ৰন্থ, পিঠি—৮৯-৯০

## ॥ শংকৰদেৱৰ অনুবাদৰীতি ॥

বৃহত্তৰ অসমভূমিত নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অন্যতম আহিলাৰূপে মহাপুৰুষ শংকৰদেৱে সৃষ্টি কৰিছিল বাবে বৰগীয়া সাহিত্য সম্ভাৰ। সংস্কৃত সাহিত্যত সুপণ্ডিত 'কায়স্থ শংকৰৰ অধিকাংশ ৰচনাই সংস্কৃত পুৰাণাদিৰ ভাবানুবাদ বা ছায়ানুবাদ হোৱা হেতুই এজন পথালি চকুৰা সমালোচকে মহাপুৰুষৰ অসামান্য সাহিত্য প্ৰতিভাক দ্বিতীয় শ্ৰেণীৰ সাহিত্যিক প্ৰতিভাৰ একীভূত কৰাৰ অপচেষ্টা দৃষ্টিগোচৰ হয়। পাছে মহাপুৰুষে যি সময়ত লেখনি হাতত লৈছিল, সেই সময়ত দেৱভাষা ভিন্ন "বহতী নদী"ৰূপা ভাষা সমূহত সাহিত্য সৃষ্টি কৰাটোৱেই আছিল এক দূষনীয় কৰ্ম। শংকৰ গুৰুৱে এই কৰ্মত প্ৰবৃত্ত হোৱাত দেশীয় ব্ৰাহ্মণ-পণ্ডিত সকলে তেওঁৰ বিৰুদ্ধে কোচনৃপতি নৰ-নাৰায়ণৰ ওচৰত গোচৰ তৰাৰ সংবাদ 'গুৰু চৰিত সংহে পৰিবেশন কৰিছে। উচ্চশিক্ষাৰ উপাধি ৰোহিত সৰ্ব সাধাৰণ পাঠকৰ উপযোগীকৈ সীমিত অসমীয়া শব্দ সম্ভাৰেৰে ভাগৱত পুৰাণাদিৰ প্ৰামাণ্য অনুবাদ কৰাটো কেনে কষ্ট সাধ্য কাম—তাক দোহাৰিবৰ প্ৰয়োজন নাই। অথচ তেনে প্ৰতিকূল অৱস্থাৰ মাজতে অসামান্য প্ৰতিভাৰ অধিকাৰী মহাপুৰুষ শংকৰদেৱে গ্ৰহণ বৰ্জন বিভিন্ন ৰীতিৰ সমন্বয়ত তেওঁৰ অনুকৰণীয় অনুবাদ-কৰ্ম সমাপ্ত কৰি অসমীয়া সাহিত্যত এক নৱ-জাগৰণৰ পত্তন কৰিব পৰাটো সঁচাকৈয়ে এটি বিস্ময়।

শংকৰদেৱৰ প্ৰথম ৰচনা 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত আৰম্ভ কৰি ভাটি বয়সৰ ৰচনা 'কুৰুক্ষেত্ৰ'ৰ অনুবাদ কৰ্মলৈ লক্ষ্য কৰিলে দেখা যায় যে কবিয়ে অনুবাদ পুথিৰ আৰম্ভণিতে মূল পুথিৰ উল্লিখনেৰে পাঠকৰ সন্দেহ ভঞ্জন কৰিছিল। (১) একোখন অনুবাদ প্ৰকৃত

---

(১) হৰিশ্চন্দ্ৰ উপাখ্যান, পদ ২ ভক্তি প্ৰদীপ, পদ ৩, নাম অপৰাধ পদ ৩৪ ইত্যাদি।

একাধিক সংস্কৃত গ্ৰন্থোক্ত কাহিনীৰ সংযোজন মন কৰিবলগীয়া। ৰুক্মিণী হৰণ কাব্য (২) বলিছলন (৩) প্ৰভৃতিৰ নাম এই প্ৰসংগত উল্লেখযোগ্য।

মূল অনুসৰণ কৰা কবিয়ে অসমীয়া পাঠকৰ উপযোগীকৈ অনুবাদ কৰিবলগীয়া হোৱাত কেতিয়াবা কেতিয়াবা পৰিবৰ্জন পৰিবৰ্ধন ৰীতিৰ সাহায্য লব লগাত পৰিছিল। তেনে পৰিস্থিতিৰ সম্মুখীন হ'লেই কবিয়ে পাঠক সমাজক কৰযোৰে কাকুতি জনাব লগা হৈছিল এনেদৰে—

[ক] বুজি অভিপ্ৰায় দিলো ঠায়ে ঠায়ে কিছু কাব্যৰস যিবা।
অবিচাৰি তাক হঠাতে আমাক নিন্দাবাণী নুবুলিবা ॥ (৪)

[খ] নচাই শাস্ত্ৰ পৰিচ্ছেদ হঠাতে নকৰা খেদ
কৰযোৰে বোলো তুতিবাক।
পূৰ্বাপৰে শাস্ত্ৰ চাই যেবে দেখা ইটো কথা নাই
তেবে নিন্দা বুলিবা আমাক ॥ (৫)

[গ] যেবে টীকা ভাষ্য চাই দেখা ইটো কথা নাই
নিন্দা তেবে কৰিবা আমাক।
যিবা কিছো বঢ়া দেখা ইটো অপৰাধ এৰা
ব্যাসো দেন্ত কথাত বন্ধন।
আনো মহা কবিচয় কাব্যৰস নিবন্ধয়
তাক নিন্দে কোন সাধু জন ॥ (৬)

ব্যাস-বাল্মিকীৰ দোহাই দি বঢ়া-টুটা-দোষ ক্ষেমিবলৈ অনুৰোধ জনোৱা কবিয়ে বহুক্ষেত্ৰত সংস্কৃত শাস্ত্ৰৰ পৰা কাহিনীৰ জুমুঠিটো লৈ ৰক্ত-চৰ্ম-মাংসত আপোন মনৰ মাধুৰী মিশ্ৰণ কৰা দেখা পাওঁ। দৃষ্টান্ত স্বৰূপে কীৰ্ত্তন-ঘোষত মূল গ্ৰন্থৰ শাংটোহে ৰৈছেগৈ। হাতী-মাৰি ভুককাত ভৰোৱা 'গুণমালা'ত মূল পুথিৰ ছবিবোৰ হৈ পৰিছে ধূসৰ আৰু অস্পষ্ট। অন্যান্য বৈষ্ণৱ কৱিসকলে

---

(২) একে হৰিবংশ কথা অমৃত সাকাত। আৰো ভাগৱত কথা মিশ্ৰ দিলো তাত। ৰু হ পদ ৫

(৩) ভাগৱত কথা ইটো অমৃত সাকাত। বামন পুৰাণ কিছু মিশ্ৰ দিলো তাত। ব০ ছ০ পদ ৭৪২

(৪) অ০ ৰ০ পদ ৩১১ (৫) একাদশ স্কন্ধ, পদ ৫৪৮ (৬) আদি দশম পদ ১৪৭৬—৭৭

শংকৰদেৱেও নীৰস, তত্ত্বগধুৰ আৰু দাৰ্শনিক মতবাদসমূহ সৰল আৰু সংক্ষেপ কৰাৰ যত্ন কৰিছে। (৭) 'কুৰুক্ষেত্ৰ'ৰ দাৰ্শনিক মতবাদ বাৰৰ সৰলীকৃত সংক্ষিপ্ত ৰূপেই ইয়াৰ জ্বলন্ত প্ৰমাণ। সংস্কৃত ভাগৱত পুৰাণৰ প্ৰথম স্কন্ধৰ আৰম্ভণি শ্লোকত্ৰয় জটিল দাৰ্শনিক তত্ত্বৰ ভাৰাক্ৰান্ত হোৱা অসমীয়া কবিয়ে তাক সম্পূৰ্ণৰূপে পৰিহাৰ কৰি স্বকীয় তিনিটা পদৰ মংগলাচৰণেৰে অনুবাদৰ পাতনি তৰিছে। দশম স্কন্ধৰ গোপী-উদ্ধৱ সংবাদৰ জটিল দাৰ্শনিক তত্ত্বয়ো শংকৰৰ হাতত সৰলীকৃত ৰূপ পৰিগ্ৰহ কৰাটো লক্ষণীয়। একেখন পুথিতে চতুৰ্ব্যূহৰ উল্লিখন থাকিলেও তান্ত্ৰিকতাৰ ব্যাখ্যা পৰলৈ নাই। তাৰ পৰিবৰ্ত্তে ভক্তিৰ প্ৰাধান্যহে ইয়াত দেখিবলৈ পোৱা যায়।

কোনো কোনো অনুবাদত মূলৰ কাহিনী চমু হৈছে যদিও বিক্ষিপ্ত হোৱা নাই। ভাগৱতৰ প্ৰথম আৰু দ্বিতীয় স্কন্ধৰ ক্ষেত্ৰত এই কথা প্ৰযোজ্য। প্ৰথম স্কন্ধ ভাগৱতৰ অনুবাদ সম্পৰ্কে ডং নেওগে মন্তব্য দিছে— In his merciless attempt at abridgement, he makes us lose much of the poetical and philosophical content of the original Sanskrit text (৮) সাতোটা অধ্যায়ত বিভাজিত ৮১৯টা শ্লোকৰ বিন্যস্ত প্ৰথমস্কন্ধ ভাগৱত খনি শংকৰদেৱৰ হাতত মাত্ৰ ৪২৩টা পদত সমাপ্তি হৈছে। একেদৰে ৩৯২ টা শ্লোকত সমাপ্ত হোৱা দ্বিতীয় স্কন্ধ ভাগৱতৰ অনুবাদ মহাপুৰুষে মুঠ ২৬১টা পদত সমাপ্ত কৰিছে যদিও মূল কাহিনী প্ৰবাহ ইয়াত ব্যাহত হোৱা নাই। উত্তৰাকাণ্ড ৰামায়ণৰ ক্ষেত্ৰতো ই প্ৰযোজ্য।

ভক্তিতত্ত্ব নাইবা আৰাধ্য দেৱতা শ্ৰীকৃষ্ণৰ গুণ গৰিমা বৰ্ণনাৰ ক্ষেত্ৰত ভক্ত কবিয়ে বহুসময়ত মূলৰ অনুশাসন মানিয়াই পেলোৱা লক্ষ্য কৰা যায়। দৃষ্টান্ত স্বৰূপ প্ৰথমস্কন্ধ ভাগৱতৰ দ্বাদশ অধ্যায়ত থকা শ্ৰীকৃষ্ণৰ ৰূপৰ বৰ্ণনাই মহাপুৰুষৰ হাতত অধিক বিস্তৃতি লাভ কৰিছে। দশমস্কন্ধৰ (১০।৩১।২) 'তাসামাৱিৰ ভূচ্ছৌৰিঃ স্ময়মান

---

(৭) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া সাহিত্যৰ ইতিবৃত্ত, পিঠি ৬৩

(৮) M Neog—Sankaradeva and His time Pp 190

মুখাম্বুজ। পীতাম্বৰধৰঃ স্রগ্বী সাক্ষাৎ মন্মথ মন্মথঃ॥" শ্লোকটোৰ অনুবাদ কৰিবলৈ গৈ শংকৰদেৱে লিখিলে—

আনন্দ বঢ়ায়া গোপী গণৰ মাজত।
পৰম মোহন মূৰ্তি ভৈলন্ত বেকত॥
হাসো হাসো কৰে আতি বদন মণ্ডল।
অৰুণ পংকজজ্যোতি নয়নযুগল॥ পদ ১৪১১

পাচে ভগবান কৃষ্ণৰ ইমানখিনি বৰ্ণনা দিয়েই কবি সন্তুষ্ট নহ'ল। তেওঁ আপোন মনোৰ কৃষ্ণ মূৰ্তিত ৰূপৰ তুলিকা বোলাই গ'ল সুদীৰ্ঘ এবাবটি পদত (পদ ১৪১১ ১৪১১)

অসমীয়া কবিজনাই য'তেই স্থানীয় ৰহন সানিব খুজিছে তাতেই মূলৰ সম্প্ৰসাৰণ ঘটিছে আৰু সম্ভৱ কবিয়ে সেইখিনিক "কথাৰ বন্ধন" নাইবা কাব্যৰস নিবন্ধন' আখ্যা দিছে। দ্বিতীয় স্কন্ধ ভাগৱতৰ 'কিৰাত হূণান্ধ্ৰ পুলিন্দ পুক্কসা আভীৰশুংগা যবনাঃ খশাদয়ঃ/ যেঽন্যে চ পাপা যদুপাশ্ৰয়া শ্ৰয়া শুধ্যন্তি তস্মৈ প্ৰভৱিষ্ণৱে নম শ্লোকটিৰ ভাঙনিয়ে ইয়াৰ সুন্দৰ নিদৰ্শন। শংকৰদেৱে স্থানীয় ৰহন সানিবলৈ গৈ ইয়াৰ ভাঙনি কৰিছে এনেদৰে—

কিৰাত কছাৰি খাচি গাৰো মিৰি যৱন কংক গোৱাল।
অসম মলুক ধুবা যে তুৰুক কুবাচ ম্লেচ্ছ চণ্ডাল॥
আনো পাপীনৰ কৃষ্ণ সেৱকৰ সংগত পবিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তৰিয়া বৈকুণ্ঠে সুখে চলায়॥ পদ৪৭৪-৫

এনে ধৰণৰ বৰ্ণনা 'কীৰ্তন ঘোষা'ৰ অন্তৰ্গত 'উৰেষা বৰ্ণনা' অধ্যায়তো পাওঁ। ব্ৰহ্মপুৰাণত থকা ইন্দ্ৰদ্যুম্নৰ সমদল যাত্ৰাত যোগদিয়া সুদীৰ্ঘ বৃত্তিয়াল জাতিৰ নামবোৰ পৰিহাৰ কৰি তাৰ ঠাইত অসমত প্ৰাপ্ত কেইটামান বৃত্তিয়াল জাতিৰ নামোল্লেখ কৰিছে মাথো। (পদ ২০৩৩-৩৪)

আকৌ দশমৰ ৰাস-পঞ্চাধ্যায়ৰ ভাঙনিত স্থানীয় ৰহণসনা দৃষ্টান্ত একাধিক আছে কৃষ্ণ-বিৰহ-আতুৰা গোপীসকলে বৃন্দাবনত থকা বিভিন্ন গছ-লতিকাক শ্ৰীকৃষ্ণৰ বতৰা সোধা প্ৰসংগত অসমীয়া কবিয়ে মূলত নথকা থৈকৰ, পাকৰি, শিমলু, সেৱতি প্ৰভৃতি গছৰ নামোল্লেখ কৰাটো মন কৰিব লগীয়া। মূল ভাগৱতৰ 'হৃদমোহন'ৰ

বিচিত্ৰ পুষ্পাকৃণ পল্লৱশোভিত উপবনৰ বৰ্ণনাত আছে—

ততো দদৰ্শো পৱনে বৰস্ত্ৰিয়ং বিচিত্ৰ পুষ্পাৰুণ পল্লৱদ্ৰুমে।
বিক্ৰীড়তী কন্দুকলীলয়া লসৰ্দ্দ কূল পৰ্যস্তনিতম্ব মেখলাম্ ॥
(৮।১২।১৮)

এই এধানিমান চিত্ৰৰ আলমতে অসমীয়া কবিয়ে 'শিৰীষ সেউতি তমাল মালতী লবংগ বাগী গুলাল'ৰ পৰা আৰম্ভ কৰি বহুয় মলয়া বাৱলৈ (পদ ৫৩০—৭০) অসমৰ প্ৰকৃতিৰ যি গ্ৰাফিকচিত্ৰ আঁকিছে তেনে বৰ্ণনা অসমীয়া বৈষ্ণৱ সাহিত্যতে বিৰল। তদুপৰি সেই দিব্য উপবনত বিদ্যমান হোৱা মোহিনীৰ ভুবন মোহন ৰূপৰ যিখনি চিত্ত প্ৰমাথী ছবি আঁকিছে—তাকো মূলত পাবলৈকে নাই।

যুদ্ধ-বিগ্ৰহ উৎসৱ, নায়ক নায়িকাৰ ৰূপ বৰ্ণন আৰু নগৰাদিৰ বৰ্ণনাত কবিয়ে সদায় মূলৰপৰা আতৰি অহা দেখা পাওঁ। তদুপৰি ভক্তিবাদৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদিত ভণিতা সমূহৰো মূল নিৰ্দ্দেশ কৰা টান। সিবোৰত কবিৰ সৃজনী প্ৰতিভাই লুকাভাকু খেলিছে। এনে এৰাধৰা নীতিৰে অনুবাদ কৰা মহাপুৰুষৰ ৰচনাৰাজিয় আজিও অসমীয়া পাঠকৰ এলাগী হ'ব লগা হোৱা নাই। কাৰণ কবি শ্ৰীশংকৰদেৱৰ অনুবাদো এক মৌলিক সৃষ্টিৰে নামান্তৰ।(১)

---

(১) বজনীকান্ত দেৱশৰ্মা—শংকৰদেৱৰ অনুবাদ ৰীতি ভাগৱতমহাপুৰাণ শংকৰী সংস্কৃতিৰ অধ্যয়ন পিঠি ২২০

# শংকৰী সাহিত্যৰ চিত্ৰ-কথা

মহাপুৰুষ শংকৰদেৱ নিজেই আছিল এজন সুদক্ষ চিত্ৰশিল্পী। চিহ্নযাত্ৰা ভাওনাৰ কাৰণে তুলাপাতত তেওঁ সপ্তবৈকুণ্ঠৰ পট অঁকাৰ জীৱন্ত বৰ্ণনা একাধিক চৰিতকাৰে দিছে (১)। শংকৰদেৱে হেঙুল হাইতালেৰে তুলাপাতত হাতীৰ ছবি আঁকি কাঠৰ বাকচত ভৰাই মহাৰাজ নৰ-নাৰায়ণক উপহাৰ দিয়াৰ সংবাদো চৰিত পুথি সমূহত পাওঁ। পাচে, মহাপুৰুষজনাৰ হস্তাংকিত কোনোধৰণৰ চিত্ৰই অদ্যাপি উদ্ধাৰ নহ'লেও তেওঁ প্ৰতিষ্ঠা কৰি যোৱা সত্ৰসমূহে শংকৰদেৱৰ বিৰচিত বিভিন্ন গ্ৰন্থৰ চিত্ৰৰূপ দি অসমীয়া চিত্ৰকলাৰ বৰ্ণাঢ্যক্ষেত্ৰত এক ৰেনাইছেন্সৰ সৃষ্টি কৰিবপৰাটো গৌৰৱৰ কথা সত্ৰৰ লগে লগে ৰাজ পৃষ্ঠপোষকতাত বিকশিত হোৱা গড়গাঁৱৰ ৰাজকীয় কলায়ো শংকৰীসাহিত্যৰ চিত্ৰৰূপদানত উৎসাহ দেখুৱায়। সত্ৰীয়া আৰু লোককলাৰ সুষম মিশ্ৰণৰ সুফল "দৰঙী চিত্ৰ শৈলী"য়েও মহাপুৰুষৰ পদ-ভাগৱতৰ ভিত্তবেদিয়ে ক্ষেমচিত্ৰৰূপত মূৰ্ত্তিমান হোৱাৰ সুযোগ পায়।

মহাপুৰুষ শংকৰদেৱৰ প্ৰায়খিনি গ্ৰন্থৰেই আধাৰ হ'ল পুৰাণ সূৰ্য "ভাগৱত-পুৰাণ" পূৰ্ব মুৰলীৰ দেশ অসমৰ কথাই নকওঁ, সমগ্ৰ ভাৰত ভূমিতেই সম্পূৰ্ণ দ্বাদশ স্কন্ধ ভাগৱত নাইবা শ্ৰীকৃষ্ণৰ লীলা বৰ্ণিত দশম স্কন্ধটৰ মূল আৰু তাৰ বিভিন্ন ভাষাত হোৱা অনুবাদৰ চিত্ৰিত অনুলিপি বৰ্ত্তমানলৈকে যিমানখিনি উদ্ধাৰ হৈছে—তাৰ তুলনা নাই। (২) শংকৰী ভাগৱতৰ ভিন্ন শৈলীৰ চিত্ৰিকা

(১) কথা গুৰু চৰিত, পিঠি ৩৬ (২) Geotz H—দ্য আৰ্ট এণ্ড আৰ্কিটেকচাৰ অৱ বিকানীৰ ষ্টেট অক্সফোৰ্ড, ১৯৫০ : মেহতা, এন চি আৰু মোতীচন্দ্ৰ—দ্য গোল্ডেন ফ্লুট (ললিত কলা একাডেমী ১৯৬২) আৰু আৰ্চাৰ, ডবলিউ, জি—দ্য লাভ অৱ কৃষ্ণ (১৯৫২) গ্ৰন্থত সবিশেষ পাব।

সমূহ উল্লিখিত সৰ্বভাৰতীয় ভাগৱত পুৰাণৰ প্ৰৱাহমান স্ৰোতধাৰাৰে একো একোটি আলোক উজ্জ্বল সৰু বৰ লহৰ মাত্ৰ। বৰ্তমানৈলৈক পদ ভাগৱতৰ মাত্ৰ দশমস্কন্ধৰ চিত্ৰমালাহে সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱাৰ সৌজন্যত পোহৰলৈ আহিছে। পুথিখনিৰ চিত্ৰিতকাল ১৪৬১ শক বা ১৫৩৯ চন।

চিত্ৰ ভাগৱতৰ একোটি ফলকক ধেমুস্তিৰীয়াকৈ কেবাটাও ভাগকৰি প্ৰতিটো ভাগত কৰা বিষয় বস্তুৰ চিত্ৰ যেন আমাক জৈন "কল্পসূত্ৰ"ৰ চিত্ৰলৈ মনত পেলায় চিত্ৰভাগৱতৰ পটভূমি উজ্জ্বল ৰঙা হেঙুলীয়া অথবা নীলা। ত্ৰিমাত্ৰিক জ্ঞানৰ পৰিচয় চিত্ৰ-ভাগৱতৰ শিল্পীয়ে প্ৰদৰ্শন কৰা নাই। মুখাবয়বৰ প্ৰায়খিনিয়ে এক-ঘৰীয়াকৈ অংকা। আকৰ্ণ বিস্তৃত মৎস্যাকৃতিৰ চকু মুখ আৰু দেহৰ অংকনত কৌণিক ৰীতিৰ প্ৰয়োগ, তিলফুলীয়া জোঙা নাক বহল আৰু একাষীয়া কপাল ক্ষীণ ককাল আদিৰ চিত্ৰাৰীতিয়ে আমাক গুজৰাটী বা ৰাজপুতী চিত্ৰলৈ মনত পেলায়। স্ত্ৰী পুৰুষৰ সাজ-সজ্জাত চিত্ৰকৰৰ মনযোগ সহজতে ধৰিব পাৰি। ঘৰ-বাৰীৰ চিত্ৰণত মধ্যযুগীয় অসমীয়া মংগলয়ত স্থাপত্য শৈলীয়ে ভুমুকি মৰা যেন লাগে। নৃত্যৰ দৃশ্যৰাজিত ছন্দ আৰু গতিশীলতাক উপেক্ষা কৰা টান। ড° মোতী চন্দ্ৰৰ ভাষাত "গীতিময় ব্যঞ্জনা, সহজ-সৰল গঠন ৰীতি নাটকীয় বৰ্ণনা আৰু সুন্দৰ ৰঙৰ ব্যৱহাৰে ভাগৱতক এনে এটি সৌন্দৰ্যদান কৰিছে—যাৰ লগত একে বিষয়বস্তুৰ ওপৰত চিত্ৰিত উদয়পুৰ বা আনঠাইৰ চিত্ৰসমূহৰ কোনো তুলনা নহয়।" (৩)

সত্ৰীয়া শৈলীত চিত্ৰিত দশমস্কন্ধ ভাগৱতৰ দ্বিতীয়খনি সাঁচিপতীয়া পুথি গোলাঘাটৰ দেৱৰাম শৰ্মাৰ ঘৰৰ পৰা সংগ্ৰহ কৰি আনি পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কামৰূপ অনুসন্ধান সমিতিত জমা দিয়ে। কচিৰাপুৰ দ্বাৰা চিত্ৰিত পুথিখনিৰ ৰচনাকাল ১৬৮৭ শক বা ১৭৬৫ চন। আত্ত দশমৰ চিত্ৰ সম্বলিত আনখনি

(৩) জাৰ্নেল অব দ্য ইউনিভাৰচিটি অব গৌহাটীৰ (৫ম সংখ্যা) পিঠি ১৫৬।

হাতেলিখা পুথি সংৰক্ষিত হৈছে—দক্ষিণপাট সত্ৰৰ গ্ৰন্থাগাৰত। (৪)

ষষ্ঠ স্কন্ধ ভাগৱতৰ অজামিলোপাখ্যানে মধ্যযুগীয় সত্ৰীয়া আৰু গড়গঞা উভয় শৈলীৰ ভিতৰেদি আত্মপ্ৰকাশ কৰাটো আনন্দৰ কথা। সত্ৰীয়া শৈলীৰ প্ৰথমখন সাঁচি পতীয়া সচিত্ৰপুথি দক্ষিণপাট সত্ৰত সংৰক্ষিত বুলি কোৱা হৈছে। এই পুথিখনিৰ বৈশিষ্ট্য হ'ল- কথা আৰু ছবিৰ চতুস্পাশে ভিন্ন ৰঙৰ পুষ্প-লতিকাৰ মণ্ডন কৰ্মৰ সংযোজন। উক্ত শৈলীৰ দ্বিতীয়খনি পুথি কামৰূপজিলাৰ পূৰণিবুৰ্কা সত্ৰত প্ৰাপ্ত। পুথিখনি বৰ্তমান গুৱাহাটী চিত্ৰকলা সংগ্ৰাহালয়ত সংৰক্ষিত। ১৬৫৯ খৃষ্টাব্দত ৰাজ পৃষ্ঠপোষকতাত চিত্ৰিত গড়গঞা শৈলীৰ ষষ্ঠ স্কন্ধ পদ-ভাগৱতৰ অন্তিম ফলকটি মাথো ব্ৰহ্মদেশৰপৰা সংগ্ৰহ কৰি আনি বুৰঞ্জী আৰু পুৰাতত্ব বিভাগত ৰখা হৈছে। গড়গঞা শৈলীৰ ৰঙৰ চকচিক্য ফলকটিৰ অন্যতম বৈশিষ্ট্য। স্বৰ্গদেৱ শিৱসিংহ আৰু ৰাণী অম্বিকাৰ প্ৰতিকৃতি 'হস্তীবিদ্যাৰ্ণৱ'ৰ চিত্ৰেৰে অভিন্ন। (৫)

অষ্টমস্কন্ধ ভাগৱতৰ চিত্ৰৰূপ সত্ৰীয়া আৰু দৰঙী -উভয় শৈলীতে সম্পন্ন হৈছিল। প্ৰথমটো শৈলীত চিত্ৰিত পুথিখনি শিৱসাগৰত থকাৰ কথা সদৰি কৰে শিল্পী যুগল দাসে। (৬) দৰঙী শৈলীত আলোচিত স্কন্ধটিৰ দুটি অনুলিপি উদ্ধাৰ হৈছে—প্ৰথমটি মংগলদৈ ঠাকুৰপাৰা গাঁৱৰ বিমলানন্দ ভট্টাচাৰ্যৰ ঘৰত ১৭০৫ শকত দৰঙী-ৰজা কুমাৰ সমুদ্ৰ নাৰায়ণৰ আদেশত ই চিত্ৰিত হয়। দ্বিতীয়টি ১৭২৯ ? শকত দৰঙী ৰজা কৃষ্ণনাৰায়ণৰ পৃষ্ঠপোষকতাত চিত্ৰিত। পাছৰ অনুলিপিটো এতিয়া বুৰঞ্জী আৰু পুৰাতত্ব বিভাগে সুৰক্ষা দিছে। ৰঙতকৈ ৰেখাৰ প্ৰাধান্য আৰু লোকৰলাৰ প্ৰবল প্ৰভাৱ—দৰঙীচিত্ৰ শৈলীৰ দুটি মন কৰিব লগীয়া কথা। এই দুয়োটি গুণৰ সন্নিবেশে "বলিছলন আৰু অমৃত মথন' পুথিখনিক স্বকীয়তা দান কৰিছে।

ভাগৱত পুৰাণৰ তৃতীয় স্কন্ধৰ ভিতৰত 'অনাদি পতন' অংশটি অধিক জনপ্ৰিয়। মহাপুৰুষ শংকৰদেৱ বিৰচিত এই গ্ৰন্থখনিৰ

(৪) নাৰায়ণ দাস—অসমত ভাগৱত পুৰাণৰ চিত্ৰ কথা, বিহুসংখ্যা "অসমবাণী" ১৯০১ শক পিঠি ১৪১ (৫) নাৰায়ণ দাস—পুৰণি অসমৰ চিত্ৰকলা (১৯৭৭) পিঠি-১২ (৬) অসমীয়া সংস্কৃতি (অসম সাহিত্য সভা) পিঠি-২৫২

এটি সচিত্ৰ অনুলিপি সংৰক্ষিত হৈছে কামৰূপ অনুসন্ধান সমিতিৰ গ্ৰন্থাগাৰত। ১৭৮২ চনত চিত্ৰিত তৃতীয় স্কন্ধ ভাগৱতৰ আন এটি অনুলিপি উপযুক্ত স্থানতে সংৰক্ষিত হৈছে। সাবলীল ৰেখা বৰ্তনাই দুয়োখনি সচিত্ৰ পুথিকে দৰঙী শৈলীৰ ওচৰ চপাই আনে। ১৬৩৭ চনত চিত্ৰিত অষ্টমস্কন্ধ ভাগৱতৰ প্ৰতিলিপিটো এতিয়াও ব্ৰহ্মদেশৰ পৰা ঘূৰাই আনিব পৰা নগ'ল। ড° সূৰ্য্য কুমাৰ ভূঞাই উল্লেখ কৰা বৃটিছ মিউজিয়মৰ সচিত্ৰ সম্পূৰ্ণ পদ ভাগৱতৰো সংবাদ আজি বিস্মৃতিৰ গৰ্ভত।

মহাপুৰুষ শংকৰদেৱে দ্বাদশস্কন্ধ ভাগৱত পুৰাণৰ সাৰ সংগ্ৰহ কৰি, তাত বিভিন্ন বৈষ্ণৱ গ্ৰন্থৰ প্ৰভাৱ পেলাই প্ৰস্তুতকৰা 'কীৰ্তন' পুথিখনিৰো চিত্ৰৰূপ দানত সত্ৰৰ খনিকৰ সকলে উৎসাহ দেখুৱাইছিল। বৰ্তমানলৈকে কলিয়াবৰ অঞ্চলৰ পূব থৰীয়াৰ মাধৱ আতা সত্ৰৰ বাগুলীকীৰ্তন", শুৱালকুছিৰ শ্ৰীশ্ৰী ঈশ্বৰহাটী সত্ৰত সংৰক্ষিত অসমাপ্ত কীৰ্তন বৰ্ডিয়াৰ ওপৰৰ পুৰণি বৰ্কা সত্ৰৰপৰা নি নবৰ্কা সত্ৰত সংৰক্ষণ কৰা তুলাপতীয়া চিত্ৰ কীৰ্তন' আৰু যোৰহাট মৰঙীৰ কৈথাবাপু সত্ৰৰ 'চিত্ৰ কীৰ্তন"ৰ সংবাদ পোৱা গৈছে।

পদ পুথিৰ দৰে শংকৰদেৱৰ ৰচিত অংকমালাৰো চিত্ৰৰূপ দিয়াৰ প্ৰযত্ন সত্ৰ সমূহত নচলা নহয়। বৰ্তমানলৈকে আমি মাত্ৰ এখনি সচিত্ৰ অংকীয়া নাটৰ সন্ধান পাইছোঁ—সেইখন হ'ল নগাঁৱৰ আইভেটি সত্ৰত ১৭৫৮ শকত চিত্ৰিত কৰা 'সচিত্ৰ পাৰিজাত হৰণ নাট।'

এনেদৰে দেখা যায় যে শংকৰী সাহিত্যৰ চিত্ৰৰূপেও আনকি অসমীয়া সংস্কৃতিৰ সাকৰা ক্ষেত্ৰত মানিকীমাধুৰীৰ বীজ ৰোপণ কৰি এক যুগান্তকাৰী অভিলেখৰ সৃষ্টি কৰিছে।

# ॥ শংকৰী সাহিত্যত দৰ্শন ॥

মহাপুৰুষ শংকৰদেৱ মূলতঃ ধৰ্মপ্ৰচাৰক আৰু কবিৰূপেহে খ্যাত— দাৰ্শনিক হিচাপে নহয়। ধৰ্মপ্ৰচাৰৰ মহান উদ্দেশ্য আগত ৰাখি ৰচনা কৰা বিভিন্ন গ্ৰন্থৰ মাজেদি পাছে ভাৰতীয় বেদান্ত দৰ্শনৰ বিভিন্ন তত্ত্বই ভুমুকি নমৰাকৈও থকা নাই। ড° মহেশ্বৰ নেওগে ক'বৰ দৰে "শংকৰদেৱৰ ধৰ্ম প্ৰচাৰিত হৈছিল জনসাধাৰণৰ আধ্যাত্মিক সান্ত্বনা আৰু সামগ্ৰিক উন্নতিৰ বাবে। সাধাৰণ লোকে বুজিবৰ বাবে ৰচনা কৰা গ্ৰন্থসমূহত ক'তো শংকৰদেৱ একান্তভাবে দাৰ্শনিক আলোচনাত প্ৰবৃত্ত হোৱা নাই। 'সমস্ত বেদান্ত' বোলোঁতে বাদৰায়ণ সূত্ৰৰ প্ৰতি লক্ষ্য নকৰি মাধৱদেৱেও উপনিষদসমূহৰ প্ৰতিহে ইংগিত কৰিছে আৰু সেই আধাৰতে যেন স্বভাৱিকতে 'সকল-উপনিষদ গাভী'ৰ দুগ্ধস্বৰূপ গীতাকো সামৰিছে।" (১) অসমীয়া বৈষ্ণৱ কবিজনাই সাধাৰণতে বেদ ব্ৰহ্মসূত্ৰ নাইবা ব্ৰহ্মসূত্ৰৰ ওচৰলৈ নগৈ ভাগৱত পুৰাণৰ পৰাই ঈশ্বৰ, জীৱ, জগত আদিৰ ব্যাখ্যা দান কৰিছে। শংকৰদেৱৰ দাৰ্শনিক সিদ্ধান্তত অদ্বৈতবাদী শংকৰাচাৰ্যৰ (৭৮৮-৮১০খৃ) দাৰ্শনিক মতবাদ আৰু শ্ৰীধৰস্বামীৰ "শ্ৰীভাগৱত ভাৱাৰ্থ দীপিকা"ৰ 'অদ্বৈত-বাদ মিশ্ৰিত ভক্তিবাদ' জীণ যোৱা দেখা পাওঁ।

[ক] ঈশ্বৰ—অদ্বৈত বেদান্তৰ দৃষ্টিত একমাত্ৰ ব্ৰহ্মই সৎ—বাকী জগত-প্ৰপঞ্চ অসৎ। এই ব্ৰহ্ম ইতি আৰু নেতি—উভয়বিধ অনুধ্যানৰেই একান্ত আধাৰ স্বৰূপ। নৈৰ্ব্যক্তিক ব্ৰহ্মই মায়াৰদ্বাৰা বন্ধনযুক্ত হৈ ব্যক্তিক ৰূপত ঈশ্বৰৰূপে খ্যাত হৈছে। সেই কাৰণে ব্ৰহ্মক পৰমাত্মা আৰু ঈশ্বৰক অপৰাত্মা বোলা হয়। নিৰাকাৰ ব্ৰহ্ম যেতিয়া নিজ সাকাৰ ব্ৰহ্ম হ'ল ঈশ্বৰৰ আধাৰ। উপাস্য দেৱতা

(১) মহেশ্বৰ নেওগ—শ্ৰীশ্ৰীশংকৰদেৱ, পিঠি ১৬৮।

এহাতে যেনেকৈ সগুণ, আনহাতেদি তেনেকৈ তেওঁ নিৰ্গুণো হ'ব পাৰে। শংকৰদেৱেও কয়—ঈশ্বৰৰ পৰাই জীৱ আৰু জগতৰ সৃষ্টি আৰু বিকাশ সম্ভৱ হৈছে। মৃন্ময় পাত্ৰ মাটিৰ পৰাই উদ্ভৱ আৰু ভাঙি গ'লে সি মাটিৰ লগতে মিহলি হয়। একেদৰে সমস্ত জীৱ জগতেই ব্ৰহ্মৰ পৰা সৃষ্ট হৈ এটা সময়ত সি ব্ৰহ্ম লগতে মিলি যাব—

তুমি পৰমাত্মা জগতৰ ঈশ এক।
একো বস্তু নাহিকে তোমাৰ ব্যতিৰেক॥
তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ।
সুবৰ্ণ কুণ্ডলে যেন নুহিকৈ অন্তৰ॥ (২)

ব্ৰহ্মৰূপী ঈশ্বৰ বিশ্বজগতৰ নাম ৰূপধাৰী কোনো সত্তাতে আবদ্ধ নহয়। তেওঁ সৰ্বসাক্ষী, জগতৰ অধিষ্ঠাতা আৰু অন্তৰ্যামী—ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ যৈচন গগন বিয়পি। (বৰগীত, নং ৪) 'যতেক জীৱৰ মানে পুৰুষ অধম। সবাৰো ঈশ্বৰ তুমি পুৰুষ উত্তম॥" 'তোমাৰেসে কিংকৰ যতেক জীৱ আমি। জগতকে প্ৰবৰ্তক তুমি অন্তৰ্যামী' (একাদশ স্কন্ধ, পদ ৭৮)

ঈশ্বৰ ত্ৰি সত্য আৰু ত্ৰিকালজ্ঞ। সৃষ্টিৰ পূৰ্বত, মধ্যত আৰু অন্ত্যত একমাত্ৰ ব্ৰহ্মৰহে স্থিতি আৰু অৱশেষ থাকে—বিশ্বজগতৰ নাথাকে—"তুমি সত্য ব্ৰত মোক্ষৰ সাধন সৰ্বকালে থাকা স্বামী। মহা পঞ্চভূত তোমাত উপজৈ তুমি সৰ্ব অন্তৰ্যামী॥"

[খ] জীৱ:—ব্ৰহ্মৰ অংশীৰূপ আত্মাই জীৱ। শংকৰাচাৰ্যই জীৱক ব্ৰহ্মতকৈ ভিন্ন বুলি নাভাবে সৃষ্টিৰ আদিতে সমস্তজীৱ তেওঁকই আধাৰ কৰি আছিল। পাচত মায়া বা অবিদ্যাই জীৱ আৰু ঈশ্বৰৰ মাজত হেঙাৰ বান্ধিলে। 'অবিদ্যাৰ বাবেই একত্বত দ্বৈতৰূপ দেখা যায়। ব্ৰহ্ম ঈশ্বৰ স্বৰূপে অন্তৰ্যামী, দ্ৰষ্টাহৈ উদাসীন ভাবে সকলোতে বৰ্তমান। জীৱ আৰু জগত একালে আৰু আনকালে ব্ৰহ্ম বা ভগৱন্তৰ মাজত ফিৰিঙতি আৰু জুইৰ দৰে অংশাংশী ভাব, বাহিৰৰ প্ৰভেদৰ মূল অবিদ্যা বা মায়াৰ বন্ধন' শংকৰদেৱৰ স্পষ্টভাষাত, 'তোমাৰেসে অংশ আমি যত জীৱ জাক। তোমাৰ মায়াৱে প্ৰভু বান্ধিলে আমাক॥' (কীৰ্তন, পদ ১৬৫৬) "যত জীৱ জংগম কীট পতংগম অগ নগ জগ তেৰি কায়া" (বৰগীত, নং ৪)

(২) ভক্তিপ্ৰদীপ, পদ ৫২১

স্বৰূপাৰ্থত জীৱ আৰু ঈশ্বৰৰ প্ৰভেদ নাই যদিও ব্যৱহাৰিকাৰ্থত দুয়োটা ভিন্ন। প্ৰথমটো দ্বিতীয়টোৰ অধীন কিন্তু দ্বিতীয়টো কাৰো অধীন নহয়। এইখিনিতে শংকৰদেৱৰ অদ্বৈতবাদে অনিন্দ্য কাৰণে হ'লেও দ্বৈতবাদৰ কাষলৈ চাল লৈ ভক্তিৰ সুকণ্ডা এটি বিচাৰি লৈছে— 'যদ্যাপি তোমাত কৰি জীৱ নোহে ভিন্ন। তথাপিতো ভৈল প্ৰভু তোমাৰ অধীন ॥' (দশম)

[গ] — জগত:—ব্ৰহ্ম সৃষ্ট জগত খনি ব্যৱহাৰিক দৃষ্টিৰ পৰা সত্য যেন দেখিলেও পৰমাৰ্থিক দৃষ্টিত্তই অসত্য, অসৎ। সৎ ব্ৰহ্মৰ কাৰ্যৰূপ ই মাথো সত্যৰ আলোকেৰে অনুৰঞ্জিত- 'তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে জগত ইটো অসন্ত।' (বেদস্তুতি পদ ৬৬২), অসন্ত জগতখান তোমাত উত্তৰ ভৈলা সন্তহেন প্ৰকাশে সদায়।' (বেদস্তুতি, পদ ১৬৬৯) ৰামানুজাচাৰ্যই জীৱ জগত উভয়কে ব্ৰহ্মৰ অংশ ৰূপে সৎ আখ্যা দিলেও শংকৰাচাৰ্যৰ অনুগামী শংকৰদেৱে স্পষ্ট ভাবে জগতৰ অসৰতা আৰু অনিত্যতা স্বীকাৰ কৰিছে। "ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখা আন জনীত উপজি আছে যেন সৰ্বজ্ঞান ॥ জাগন সপোন বুদ্ধিৰ বশে বাস্তু চয় নানাবিধ দেখা যিটো সবে মায়াময় ॥ ক্ষণকতে ওপজে ক্ষণেকে নাশ হয় সমস্ত অৱস্থা যেন চাটকৰ নয়। যেন আকাশত মিলে সংহত মেঘৰ। ক্ষণেক থাকিয়া হোৱে ক্ষণেক অন্তৰ ॥ ব্ৰহ্মাণ্ডো জগত যাকা সেহি নয় উপজিয়া ব্ৰহ্মাত ব্ৰহ্মাতে যায় লয়॥ (দ্বাদশস্কন্ধ ভাগৱত, পদ ১৭১—৭২)

অসত্য জগত খনক সত্যৰূপে প্ৰতীতি কৰাৰ মূলতে মায়াৰ শক্তিৰ কথা শংকৰাচাৰ্যই স্বীকাৰ কৰিছে। মায়া হ'ল অবিদ্যা- ব্ৰহ্মৰ যাদুকৰী শক্তি বিশেষ। আবৰণ আৰু বিক্ষেপ-এই দুই কাৰ্যৰ দ্বাৰা মায়াই সত্যক ঢাকি অসত্যকে সত্যৰূপে লোক চকুৰ আগত তুলি ধৰে-' অবস্তুক দেখায় বস্তুক আৱৰি। এতিকে যে হোৱে মায়া জানা নিষ্ঠ কৰি। নাথাকিতো দেখি যেন চন্দ্ৰমা উদয়। থাকিতো ৰাহুক যেন কেহো নেদেখয়। এহি মতে মায়া আৱৰি ঈশ্বৰক। আশাৰ বিষয় তাক দেখাৱে জীৱক। (দ্বিতীয় স্কন্ধ, পদ ২২৮—২৯)

যাদুকৰে যাদুকাঠিৰ পৰশেৰে দৰ্শকক ভেল্কীমাৰে-সঁচাক

মিছা আৰু মিছাক সঁচা কৰি দেখুৱায়। পাচে যাদুকাঠিয়ে যাদু-কৰক হ'লে স্পৰ্শ কৰিব নোৱাৰে। একেদৰে মায়াই অসত্যজীৱ আৰু জগতক সত্যৰূপে লোক চকুত প্ৰতীতি জন্মালেও সেই শক্তিয়ে ব্ৰহ্মক স্পৰ্শ কৰিব'ল অক্ষম। ব্ৰহ্মাই মায়াদ্বাৰা গুণত্ৰয়ৰ স্থাপনাৰে সেই ত্ৰিগুণৰ সংযোগত সৃষ্টি, স্থিতি আৰু প্ৰলয় এই ত্ৰিকাৰ্যৰ সম্পাদন কৰে—'মায়াদ্বাৰে প্ৰজ্ঞাহ যতেক গুণচয়। সেহি গুণ লৈয়া কৰা সৃষ্টি স্থিতি লয়॥"

শংকৰাচাৰ্যই বিশুদ্ধজ্ঞানৰ সহায়ত মায়াৰ জাল ফালি জীৱাত্মাই পৰমাত্মাৰ সৈতে মিলিত হোৱাৰ সাপেক্ষে যুক্তি প্ৰদৰ্শাইছে। জ্ঞান সূৰ্যৰ উদয়ৰ লগে লগে মায়া-অবিদ্যাৰ বিভ্ৰান্তী আঁতৰি যাবলৈ বাধ্য। প্ৰকৃত জ্ঞানৰ উদয় অবিহনে জীৱৰ মনৰ পৰা অহং ভাৱৰ বিলোপ নহয়-যাৰ ফলশ্ৰুতিৰূপে জীৱ জন্ম-মৃত্যুৰ ঊৰ্দ্ধলৈ ধাৱমান হ'বলৈ অক্ষম। মহাপুৰুষ শংকৰদেৱে নামধৰ্ম প্ৰচাৰ কৰিছিল যদিও তেওঁ জ্ঞানক একেবাৰে অৱহেলা কৰা নাছিল। নিদৰ্শনা ৰূপে, 'যি কালত জ্ঞান খড়্গে ছেদে অহংকাৰ। ছিণ্ডে কৰ্মবন্ধ তেৱে জীৱ আপোনাৰ॥" (দ্বাদশস্কন্ধ, পদ ১৭৮) জ্ঞান আৰু ভক্তি পৰস্পৰ বিৰোধী যেন লাগিলেও শংকৰদেৱে ভক্তিৰ ভৰিয়তে জ্ঞান সূৰ্য উদয়ৰ পথটি দেখিছে—"ভকতি কৰন্তে জানা আপুনি উপজে জ্ঞান॥" শ্ৰীধৰ স্বামীৰ ভক্তিৰ যোগেদি জ্ঞান আৰু মোক্ষৰ সন্ধান পোৱাৰ দৰে আমাৰ ভক্তকবিয়েও ভক্তিৰ ভিতৰেদিয়ে দেখিছে জীৱনৰ শ্ৰেয়স। শ্ৰৱণ, কীৰ্তন, অৰ্চন, বন্দন, স্মৰণ, পদসেৱন, দাস্য, সখিত্ব আৰু দেহ নিবেদন এই নৱবিধা ভক্তিৰ ভিতৰত শংকৰদেৱে শ্ৰৱণ কীৰ্তনক 'মহা শ্ৰেষ্ঠতৰ' আখ্যা দিয়াটো তাৎপৰ্য পূৰ্ণ। (৩)

(৩) বিৰিঞ্চি চেকিয়া—শংকৰদেৱৰ ধৰ্মত অদ্বৈতবাদ আৰু ভক্তিবাদ ঃ শংকৰী সংস্কৃতিৰ অধ্যয়ন, পিটি—১৭—২৩

## ॥ শংকৰদেৱৰ ছন্দোবদ্ধ ৰচনাৰ পৰিচয় ॥

### 'ছোৱালৰ বাণী' হৰিশ্চন্দ্ৰ উপাখ্যান

মহাপুৰুষ শংকৰদেৱৰ কবি জীৱনৰ প্ৰথম পদক্ষেপৰ স্বাক্ষৰ—'হৰিশ্চন্দ্ৰ-উপাখ্যান'। কথা গুৰুচৰিতৰ সাক্ষ্য মতে, ছাত্ৰ কালত এই গ্ৰন্থখনিৰ প্ৰণয়নেৰে শংকৰে নাম লৈছে, গুৰু আৰু ভকত—ভকতিৰ এই চাৰিখুটি মাৰে। (১) সাহিত্যৰথী বেজবৰুৱা (২), ডিম্বেশ্বৰ নেওগ (৩), ড° মহেশ্বৰ নেওগ, (৪) ড° সত্যেন্দ্ৰনাথ শৰ্মা (৫) প্ৰমুখ্যে প্ৰায়খিনি শংকৰী সাহিত্যৰ কৃতবিদ্য'লোকেই ইয়াক গুৰুজনাৰ আগবয়সৰ কাব্যকৰ্ম ৰূপে স্বীকৃতি দিবলৈ কাৰ্পণ্য কৰা নাই। কবিৰ নিজৰ লেখাতো এই যুক্তিৰ এটি সুৰণিৰ বিং অনুৰণিত হোৱা শুনো উক্ত পংক্তিযুক্ত— "ছোৱালৰ বাণী হেন অনুমানি, মনে হুইবা পৰিতোষ।" (পদ ৬১৩) অৱশ্যে ড° কৃষ্ণ নাৰায়ণ প্ৰসাদ 'মাগধে' 'ছোৱালৰ বাণী'ৰ ভিন্ন অৰ্থলৈ ইয়াক কৰ্মকাণ্ডী ব্ৰাহ্মণ সকলৰ প্ৰচাৰিত ধৰ্মৰ অভি-শব্যাৰ প্ৰত্যাহবান হিচাবে ধুঞাহাটত পত্নী-প্ৰসাদ পাবত মৰ্দন প্ৰভৃতি গ্ৰন্থৰ পৰিপূৰক ৰূপে সুপৰিকল্পিত আঁচনি অনুযায়ী ৰচনা কৰা প্ৰতীকাত্মক গ্ৰন্থ ৰূপহে স্বীকৃতি দিব বিচাৰে। (৬)

কিন্তু আৰু বৈষ্ণৱৰ সমতুল কথাৰ থুল 'হৰিশ্চন্দ্ৰ উপাখ্যান'ৰ মূল সংস্কৃত মাৰ্কণ্ডেয় পুৰাণ। পুৰাণ বিশেষজ্ঞ সকলে এই গ্ৰন্থৰ

---

(১) কথা গুৰু চৰিত, পিটি-২৭ (২) লক্ষ্মীনাথ বেজবৰুৱা (৩য় তাঙৰণ ১৯৬৩) পিটি—১৪২ (৩) ডিম্বেশ্বৰ নেওগ—আধুনিকতাৰ পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, (৩য় তাঙৰণ ১৯৬৪) পিটি ১৫৫ (৪) শ্ৰীশ্ৰীশংকৰদেৱ, পিটি—১৩৮ (৫) অসমীয়া কাহিনী কাব্যৰ ধাৰা (১৮৭২ শক) পিটি—৭৬ (৬) পূজা সংখ্যা 'বাৰ্ষিক' নীলাচলত (১২৭৫) প্ৰকাশিত ড° মাধৱ প্ৰসাদ ঝা [illegible] সাহিত্যৰ [illegible] বিচাৰক (পঞ্জাবী বিশ্ববিদ্যালয় ১৯৭৬) প্ৰবন্ধ ৩৩-৩৪ পিটি চাওক।

ৰচনাকৰ্ম খৃষ্টীয় তৃতীয় শতিকাৰ পৰা নৱম শতিকালৈ পৰিব্যাপ্ত বুলিছে। মূল মাৰ্কণ্ডেয় পুৰাণখনি এখন বিপুলায়তন গ্ৰন্থ। ই ১৩৭ টা সৰ্গৰ সমষ্টি। অসমীয়া কবিয়ে সংস্কৃত পুৰাণখনিৰ ৭—৯ অধ্যায়ত বিবৃত বৈষ্ণৱ নৃপতি হৰিশ্চন্দ্ৰৰ জীৱনৰ মৰ্মন্তুদ কাহিনী অংশ মাথোন অসমীয়ালৈ ৰূপান্তৰ কৰিছে। মূলৰ সপ্তম সৰ্গত ধৰ্মপক্ষী চতুষ্টয়ে জৈমিনীৰ প্ৰশ্নোত্তৰ ৰূপে হৰিশ্চন্দ্ৰৰ জীৱনৰ কাহিনী বৰ্ণায়। ঋষি বিশ্বামিত্ৰই পঞ্চদেৱতাক দিয়া অভিসম্পাতৰ ফলশ্ৰুতি ৰূপে দ্ৰৌপদীৰ গৰ্ভত তেওঁলোকে স্থিতি লোৱা কাহিনী কথনৰ লগে লগে সপ্তম সৰ্গৰ পৰিসমাপ্তি। অষ্টম সৰ্গত হৰিশ্চন্দ্ৰৰ কাহিনী পুনঃকথিত হয়। নৱমসৰ্গৰ ৩৬টি শ্লোকত বিবৃত হৈছে বশিষ্ঠ আৰু বিশ্বামিত্ৰই বক-শৰালিৰূপে প্ৰবৃত্ত হোৱা যুদ্ধৰ আমোদজনক বতৰা। কাব্যৰসৰ প্ৰয়োজনত মূলক ইফাল সিফাল কৰাৰ সাহসকণ কবিয়ে উল্লিখিত কাব্যখনৰ ৰচনাকালতে আহৰণ কৰি লয়। (৭)

ৰজা হৰিশ্চন্দ্ৰই যজ্ঞকালত চিৰাচৰিত নিয়মমতে বিঘ্নিনাশক গনেশক আদিকে পূজাভাগ নিদি বিষ্ণুৰ অৰ্চনাৰ কাহিনীক্ৰমত যি সংঘাতৰ সৃষ্টি কৰিছে—তাক মূলে সমৰ্থন নকৰে। মহাপুৰুষ একশৰণীয়া ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিবলৈ ৰজা হৰিশ্চন্দ্ৰৰ মুখেদি কোৱাইছে 'জগতৰ নাথ সংসাৰৰ আদিমূল। বিষ্ণুক সে পূজি প্ৰথমত দিবা ফুল॥ বিষ্ণুতে অৰ্পিবো যত পূজা যজ্ঞ দান। বিষ্ণু বিনিবেকে দেৱ নজানকো আন॥ (পদ ২৬) মূল পুৰাণৰ কাহিনীৰ পাতনি হৈছে মৃগয়াৰ কথাৰে। আনহাতে অসমীয়া কাব্য আৰম্ভ হৈছে যজ্ঞৰ আড়ম্বৰ বৰ্ণনাৰে। ৰজাই ৰাজ্য ত্যাগ কৰাৰ পূৰ্বেই ঋষিয়ে তেওঁক দক্ষিণা খোজাত নিঃস্ব নৃপতিয়ে একমাহ কালৰ ভিতৰতে তাক আদায় দিয়াৰ কাহিনী মূলত থাকিলেও মহাপুৰুষে তাক পাচলৈ থৈছি হৰিশ্চন্দ্ৰৰ মুখেৰে কোৱাইছে—"বিত্তৰ নোৱোৱো মাসেকক দিবো থাকি।" (৮)

---

(৭) কঠোৰক তত্ত্ব কথাৰ আশ্ৰয় দিলো কিছো কাব্যৰস। অভিলাষি তাক হঠাতে আমাক নিন্দিবাহা অপযশ। পদ ৬১৩

(৮) সংস্কৃত পুৰাণৰ লগতে 'হৰিশ্চন্দ্ৰ উপাখ্যান'ৰ মিল-অমিলৰ সবিশেষৰ কাৰণে ৩৪ বৰ্ষ, প্ৰথম সংখ্যা 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত কেশৱানন্দ দেৱ-গোস্বামীৰ 'মাৰ্কণ্ডেয় পুৰাণৰ কথাৰে ৰ্যাখ্যান' শীৰ্ষক প্ৰবন্ধ পঢ়ক।

বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই কাব্যখনিৰ মূলকথা। গুণে ড° সত্যেন্দ্ৰ নাথ শৰ্মাই ইয়াক 'নিষ্কামী মাহাত্ম্য কাব্য'ৰ অন্তৰ্ভুক্ত কৰিছে। গনেশক এৰি বিষ্ণুক প্ৰথমতে পূজাভাগ আগবঢ়োৱাত গনেশে কুপিত হৈ ঋষি বিশ্বামিত্ৰৰ কোপাগ্নিত ৰজাক পেলাই দি কাহিনী মঞ্চৰপৰা আতৰি যায়। ঋষিয়ে ৰজাৰপৰা দানস্বৰূপে সসাগৰা ধৰণী লৈ পাচত দক্ষিণা খোজাত ৰজাই দিব নোৱাৰি নিজে চণ্ডালত বিক্ৰী যোৱাৰ উপৰি নিজৰ পত্নী আৰু পুত্ৰকো বিক্ৰী কৰিব লগাত পৰে। ৰাজকুমাৰ আৰু ৰোহিতাশ্বৰ সৰ্পাঘাতত মৃত্যু হয়। মহাদৈ শৈব্যাই মৃত পুত্ৰৰ শেষকৃত্য সম্পাদন কৰিবলৈ শ্মশানলৈ আনোঁতে ৰজাৰ সৈতে দেখাদেখি হয়। পুত্ৰক চিতাত তুলিবলৈ ধৰোঁতেই ইন্দ্ৰাদি দেৱগণে তেওঁলোকক ৰক্ষা কৰে। দেৱগণে ৰজা হৰিশ্চন্দ্ৰৰ পৰিয়ালক স্বৰ্গলৈ নিবলৈ খোজাত তেওঁ অকলে স্বৰ্গসুখ ভুঞ্জিবলৈ অসম্মতি প্ৰকাশ কৰি নিজ পুণ্যৰ বলেৰে অযোধ্যাৰ সমূহ প্ৰজাকে স্বৰ্গলৈ লৈ যায়। ইয়াৰ পৰৱৰ্ত্তী কাহিনী অংশ হ'ল বশিষ্ঠ আৰু বিশ্বামিত্ৰৰ যুদ্ধক্ষেত্ৰত পদাৰ্পণ। দুই ঋষিয়ে পোনতে দণ্ড, কমণ্ডলু, চৰৰী প্ৰভৃতিৰে যুঁজি শেষত বক (বিশ্বামিত্ৰ) আৰু শৰালি (বশিষ্ঠ) ৰূপে কৰা তুমোলময় যুদ্ধৰ কাহিনী বিবৃত হৈছে।

কাব্যখনিৰ মূল ৰস করুণ। ৰজা হৰিশ্চন্দ্ৰৰ জীৱনৰ বিপৰ্যয়, পুত্ৰ ভাৰ্যা আৰু আত্ম বিক্ৰয়, পুত্ৰৰ সৰ্পাঘাতত মৃত্যু প্ৰভৃতি চিত্ৰৱী কাহিনীক আৰু অধিক মৰ্মন্তুদ কৰি তুলিছে— বিশ্বামিত্ৰৰ হৃদয়হীন ব্যৱহাৰে। অৱশ্যে ৰজা হৰিশ্চন্দ্ৰৰ জীৱনৰ ট্ৰেজেডিৰ কাৰণে তেওঁৰ চাৰিত্ৰিক দুৰ্বলতাই দায়ী। কিয়নো ঋষি বিশ্বামিত্ৰই ৰজাৰ পৰা মাত্ৰ দক্ষিণাহে বিচাৰিছিল—দানৰ কথা উত্থাপন কৰা নাছিল। অথচ ৰজাই পোনতে দান দিবলৈ আগবাঢ়ি আহি নিজে নিজৰ ট্ৰেজিক জালত আবদ্ধ হ'ল।

করুণ ৰসৰ মাজে মাজে হাস্যৰসৰ ছিটিকনিয়ে কাব্যখনিক সোণত সুৱগা চৰাইছে। ৰজাৰ 'দক্ষিণাদান'ৰ ক্ষেত্ৰত কৰ্মকাৰী ব্ৰাহ্মণসকলৰ অতি ভোজন, অতিলোভ প্ৰভৃতিৰ জীৱন্ত বৰ্ণনাই তাৰ প্ৰমাণ। [illegible] ব্ৰাহ্মণ সকলে ঘি, দাৰ, পায়স আদি খাই খাই তেওঁলোকৰ পেট ঢোল যেন কৰা সত্বেও তেওঁলোকৰ

আক্ৰোহ নপলায়। "থাহাল্পে থাহাল্তে কাবো পাইল টিট্ৰমান। বস্ত আনি যাচন্তে নেদন্ত সম্বিধান॥" (পদ ৩৭) দক্ষিণা নিবৰ কেলিকাও তেওঁলোকৰ একেই হাস্যাস্পদ কথা : বস্ত্ৰ ভাণ্ডাৰৰ সীমাহীন ধন-সোণ দেখি ব্ৰাহ্মণসৱ সিবোৰৰ ওপৰত হামখুৰি খাই পৰি মোৰ মোৰ বুলিব ধৰিলে। মণি-মুক্তাৰে বোজা পূৰ হ'ল। বোজাৰ ভৰত কুঁজা হৈ খোজ ল'ব লগাত পৰিল। দুই একজনে মুখৰ ফুটাৰ ভৰত মুখৰ বোজা পেলাবলৈ বাধ্য হ'ল। কোনো কোনোৱে ৰথত ধন-বস্ত্ৰ বোজাই দি 'কেকো-জেকো' কৈ ঘৰৰ বাহিৰ কৰিলে। কোনোৱে আকৌ গোটে গোটে বস্তুৰ পেৰাবোৰকে হস্তাগত কৰিবলৈ গৈ অইনৰ সৈতে হতাহাতি অ বস্তু কৰাত লাগিল। এনে দৃশ্যত নাহাঁহি নোৱাৰি। শৈব্যা আৰু ৰাজপুত্ৰক ক্ৰয় কৰা বৃদ্ধ ব্ৰাহ্মণৰ ছবিখনো হাস্যমুখৰ। কাব্যৰ শেষত বশিষ্ঠ আৰু বিশ্বামিত্ৰই পৰস্পৰে কৰা যুদ্ধখনিও হাস্যৰসেৰে অনুৰঞ্জিত।

চৰিত্ৰৰ ভিতৰত ৰজা হৰিশ্চন্দ্ৰৰ চৰিত্ৰৰ মহত্বই আমাক মুগ্ধ কৰে। তেওঁৰ "ত্যাগ, সত্যনিষ্ঠা আৰু প্ৰজাবৎসলতাত অতি মানবীয় গুণ প্ৰকাশ পাইছে কিন্তু স্বামী বা পিতৃৰূপে সাধাৰণ মানৱৰ দুৰ্বলতা বা মায়া মমতাৰ উৰ্দ্ধত নহয়।" (১) ৰাণী শৈব্য'ৰ চৰিত্ৰত ভাৰতীয় নাৰীৰ সৌকুমাৰ্য গুণ বৰ্তমান।

প্ৰথম ৰচনাগুণে 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত বৰ্ণনাৰ ক্ষিপ্ৰতা আৰু চতুৰা ঠাৰ্চৰ পয়োভৰ নহ'লেও শৃণ্যৰ প্ৰতিবেশী বুলিব নোৱাৰি। 'একানিক জয়ে কোনে মুক্তি আছে কেশ' (পদ ২৯), ছুটিবাক লাগি কোনে বান্ধিলীক চান্দে (পদ ৭০), অনন্ত বহ্নিক বান্ধে অন্নৰ অঞ্চলে (পদ ৭৪) আদি প্ৰবাদ বাক্যৰ উপৰি বিভিন্ন ঘৰুৱা শব্দৰ সুন্দৰ প্ৰয়োগে কাব্যখনিক জনপ্ৰিয়তাৰ ফালে আগুৱাই নিব পৰাটো আনন্দৰ কথা।

(১) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া কাহিনী কাব্যৰ [illegible]

## (খ) ৰুক্মিণী হৰণ কাব্য

পুৰণি অসমীয়া কাব্য সমূহৰ ভিতৰত মহাপুৰুষ শংকৰদেৱৰ 'ৰুক্মিণী হৰণ কাব্য'ৰ স্থান যে জনপ্ৰিয়তাৰ তুংগ শীৰ্ষত, তাক দোহাৰিবৰ প্ৰয়োজন নাই। অৱশ্যে জনপ্ৰিয়তাই কাব্যৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনৰ একমাত্ৰ মাপকাঠি নহ'লেও বিগত পঞ্চশতাব্দী জোৰা বহুজনৰ পৰীক্ষা নিৰীক্ষাই এই কাব্যখনিক যে ধ্ৰুপদী স্বীকৃতি এটি প্ৰদান কৰিছে, তাকো অস্বীকাৰ কৰিব নোৱাৰি। সাহিত্যৰথী বেজবৰুৱা (১) ড° বাণীকান্ত কাকতি (২), ড° বিৰিঞ্চি কুমাৰ বৰুৱা (৩) ড° সত্যেন্দ্ৰ নাথ শৰ্মা (৪) প্ৰমুখ্যে প্ৰায়বিলাক অসমীয়া আলোচকেই উল্লিখিত কাব্যখনিৰ তাত্বিক আৰু কাব্যিক সৌন্দৰ্য্য জ্ঞাপক আলোচনাৰে ইয়াৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিছে। কথা গুৰুচৰিতৰ সাক্ষ্য মতে গুৰুজনা প্ৰথমবাৰ তীৰ্থভ্ৰমণৰ পৰা উভতি আহিয়ে এইকাব্যখনিৰ ৰচনা কৰ্মত প্ৰবৃত্ত হয়। (৫) ভক্তিতত্ত্বক যুদ্ধ-বিগ্ৰহাদিৰ দীঘলীয়া বৰ্ণনা আৰু অসমীয়া প্ৰবাদ-প্ৰবচন আৰু জতুৱা ঠাঁচৰ সঘন প্ৰয়োগে ইয়াক গুৰুজনাৰ অল্প-বয়সৰ কিন্তু পৰিণত কবি প্ৰতিভাৰ স্বাক্ষৰ ৰূপেহে সাক্ষ্য দান কৰে। (৬)

'ৰুক্মিণী হৰণ' কাব্য'ৰ কাহিনী ভাগ গঢ়ি উঠিছে সংস্কৃত ভাগৱত পুৰাণ (দশম, ৫২-৫৪ অধ্যায়) আৰু হৰিবংশৰ (বিষ্ণু-

(১) শংকৰদেৱৰ গ্ৰন্থ ৰচনা (২) হৰিনাৰায়ণ দত্ত বৰুৱা সম্পাদিত 'ৰুক্মিণী হৰণ কাব্য'ৰ পাতনি চাওক (৩) Aspects of Early Assamese Literature ৰ অন্তৰ্গত Literary works of Sankaradeva প্ৰবন্ধ পঢ়ক (৪) অসমীয়া কাহিনী কাব্যৰ ঐতিহ্য [illegible], (৫) কথা গুৰু চৰিত, পিঠি-[illegible] (৬) মহেশ্বৰ নেওগ—শ্ৰীশ্ৰীশংকৰদেৱ, পিঠি-[illegible]

পৰ্ব; ৪৭ ৫১ আৰু ৫৯-৬১ অধ্যায়) কথা বস্তুৰ সংমিশ্ৰণত। (৭) ভেকা কৰিয়ে কাব্য কাহিনীৰ ঘটনা ক্ৰমত সাধাৰণতে ভাগৱত পুৰাণৰ ঘটনা ক্ৰমকে অনুসৰণ কৰিছে। ভগবান শ্ৰীকৃষ্ণই ৰ্যাজন্ত্ৰপদত অভিসিক্তহোৱা ঘটনাংশ্ৰ অৱশ্যে হৰিবংশৰ ভেকা। হৰিবংশৰ ক্ৰথ আৰু কৈশিকে মহাপুৰুষৰ লেখাত বিশকেতু আৰু বিদৰ্ভই কৌশল্যৈল ৰূপান্তৰিত হোৱাটো মন কৰিবলগীয়া। ৰুক্মিণীৰ দ্বাৰকাত হোৱা বিয়াৰ বৰ্ণাঢ্য বৰ্ণনা ভুয়োখন পুৰাণেই সমৰ্থন নকৰে। এই ছোৱাত অসমীয়া কবিৰ সৃজনী প্ৰতিভাই লুকাভাকু খেলিছে।

"কাব্যখনৰ নায়ক কৃষ্ণ জগতৰ ঈশ্বৰ আৰু নায়িকা ৰুক্মিণী লক্ষ্মী যদিও কৰিয়ে লৌকিক নায়ক-নায়িকাৰ আদৰ্শত পূৰ্বৰাগ, মিলনৰ অন্তৰায়, মিলনৰ যত্ন, মিলনৰ প্ৰাপ্ত্যাশা, মিলন, মিলন ভংগৰ আশংকা, অন্তৰায় অপসাৰণ আৰু সদৌ শেষত স্থায়ীমিলন —এই বিভিন্ন অৱস্থাসমূহৰ চিত্ৰ অংকন কৰিছে।" (৮) দেশাকুৰীৰ মুখে কৃষ্ণ ৰুক্মিণী উভয়ে উভয়ৰ ৰূপ গুণ শ্ৰৱণ কৰি ইজনে সিজনক পাবলৈ ইচ্ছাকৰা বৰ্ণনা প্ৰসংগত পূৰ্বৰাগে ভুমুকি মাৰিছে। ৰুক্মীয়ে শ্ৰীকৃষ্ণলৈ ৰুক্মিণীক আগ নবঢ়াই শিশুপাললৈ বুলি আগবঢ়োৱা অংশই মিলনৰ অন্তৰায়। ৰুক্মিণীয়ে সমাগত বিপদত ভাঙি নপৰি বেদনিধিক দ্বাৰকালৈ প্ৰেৰণ কৰা চিত্ৰই "মিলনৰ প্ৰয়াস।" শ্ৰীকৃষ্ণৰ কুণ্ডিললৈ আগমনে মিলনৰ প্ৰাপ্ত্যাশা প্ৰোজ্জ্বল কৰিছিল যদিও বিপক্ষী নৃপতি সকলৰ সমৰসজ্জাই কন্তেকৰ বাবে হ'লেও মিলন ভংগৰ আশংকা ঘনীভূত কৰে। কাহিনীৰ ক্লাইমেক্সো এই বিন্দুত। ইয়াৰ পাছত শ্ৰীকৃষ্ণই বাহুবলেৰে বিপক্ষী ৰজা সকলক পৰাভৱ কৰি ৰুক্মিণীক অযোধ্যা অভিমুখে লৈ যোৱা কাৰ্যই কাহিনীটো পৰিণতিৰ কালে আগবঢ়াই নিছে।

ৰুক্মিণীহৰণ কাব্যৰ জনপ্ৰিয়তা হেতু ইয়াৰ কাহিনী ভাগ নহয় - চৰিত্ৰ সমূহহে। কবিৰ সৃজনী প্ৰতিভাৰ বাহুকাঠিৰ পৰশত ইয়াৰ কেইটি চৰিত্ৰই অসমীয়া ৰজা চৰিত্ৰলৈ ৰূপান্তৰিত

(৭) M Neog—Sankaradeva and His times, Pp 177-78
(৮) অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ পিঠি ১৩৬

হোৱাটো তাৎপৰ্যপূৰ্ণ। ভীষ্মক-শশীপ্ৰভাক পাঠক শ্ৰোতাই কুণ্ডিলৰ ৰজা-ৰাণীৰূপে মনত নাৰাখে—ৰাখে কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃৰূপেহে। ৰজা ভীষ্মক বৃদ্ধ পিতৃৰ প্ৰতিভূ। শশীপ্ৰভা কাৰ্যক্ষমা মাতৃৰ জীৱন্ত প্ৰতিমা। ৰুক্মিণীৰ বিয়াৰ কাৰণে তেওঁৱেই গোনতে চিন্তা কৰে। তেওঁৰ মাতৃহৃদয় দয়া, মমতা আদিৰে ভৰা। 'ৰৰপো' ৰুক্মবীৰৰ মৃত্যু সংবাদত তেওঁ, ক্ৰন্দনত গছৰ পাত সৰাইছে—যুদ্ধক্ষেত্ৰত লজ্জাজনক ভাবে পৰি থকা পুত্ৰক মৰমেৰে হাত বুলাই "হাৰিবা জিনয় কেহো জিনিয়া হাৰয়। চিৰকালে সংসাৰত কাৰো নাহি জয়॥ (পদ ৬৪৯) বুলি প্ৰবোধ বাণী শুনাইছে। দ্বাৰকাঁত দৈৱকীৰ আগত শশীপ্ৰভাই কোৱা কথাখিনি সকলো কালৰ সকলো বিয়া দিব খোজা কন্যাৰ মাতৃৰ হৃদয়ৰ কথা।

ৰুক্মীৰ চৰিত্ৰত বেয়া গুণ বিলে নাথাকক তেওঁ যে বংশ মৰ্যদাত আগভাগ লোৱা ক্ষত্ৰিয় সন্তান, তাক কোনোৱে অস্বীকাৰ কৰিব নোৱাৰে

কাব্যৰ নায়িকা ৰুক্মিণী বুদ্ধিমতী, ধৈৰ্যশীলা আৰু প্ৰত্যুৎ-পন্নমতি সম্পন্না। প্ৰেমৰ ক্ষেত্ৰত স্বাধীন কৰ্তৃত্বৰ ভূমিকা লোৱা ৰুক্মিণীয়ে আশাভংগৰ সংবাদ পোৱাৰ লগে লগে জ্যেষ্ঠভ্ৰাতৃ ৰুক্মীক গালি পাৰিয়ে ক্ষান্ত নাথাকি নাইবা কান্দি কাটি ব্যাকুলা নহৈ বেদনিধি ব্ৰাহ্মণক পত্ৰবাহক ৰূপে দ্বাৰকালৈ প্ৰেৰণ কৰা কাৰ্যই নায়িকাৰ স্থিৰবুদ্ধি আৰু দূৰদৰ্শিতাৰ পৰিচয় দিয়ে। বেদনিধিয়ে 'কৃষ্ণ আগমনৰ সংবাদ দিয়াৰ লগে লগে ৰুক্মিণী সাধাৰণ নায়িকাৰ দৰে আনন্দত আত্মহাৰা হোৱাত বাদ নাথাকি 'তুমি প্ৰাণ দিলা বাপে উপজিলা মাত্ৰ' বুলি শ্ৰদ্ধাৰ্ঘও আগবঢ়াবলৈ পাহৰা নাই। ৰুক্মিণীৰ প্ৰাণত ভ্ৰাতৃ প্ৰেমৰ ফল্গুধাৰা চিৰ প্ৰবাহমান। নহ'লে বা 'ভাই নোহি ইটো পাপী পৰম চণ্ডাল।' বোলাতে ক্ষান্ত নাথাকি 'ধূমকেতু' 'সাত শত্ৰুতো আগল' আদিকে গালি দিয়া ৰুক্মিণীয়ে জ্যেষ্ঠ ভ্ৰাতৃ ৰুক্মীক যেতিয়া কৃষ্ণই চুলিত ধৰি কাটিবলৈ উদ্যত হ'ল তেতিয়া কৃষ্ণৰ ভৰিত পৰি কয়নে—'ঈশ্বৰ তোক ভয়াই এবে লাজে মৰোঁ মেৰ। × × আপুনিতো ক্ষমা বেবে নাহিকে তোমাৰ। ভাই ৰুক্মীৰ ক্ষমিয়োক একেবাৰ।" (পদ ৫৭৮) সাম্প্ৰতিক আচাৰ বিচাৰতো ৰুক্মিণী আছিল আগত লক্ষ্য। সেইহে তেওঁ ৰণাংগনত জ্যেষ্ঠ ভ্ৰাতৃৰ শোকাবহ অৱস্থা চাই ক্ৰন্দনৰ ৰোল তুলিলেও

পাচমুহূৰ্ত্তত 'লৈলন্ত ওবণি পাছে দেখিয়া জেষ্ঠক।' (পদ ৬০০) কুশচিণ্ডি বিয়া দিয়াৰ লগে লগে দৰাৰ ঘৰখনহে কন্যাৰ হৈ পৰে আপোন। কৱিয়ে এই সামাজিক ৰীতিক মানিলোৱাৰ প্ৰমাণ পাওঁ—মাক শশীপ্ৰভা দ্বাৰকা'ল যাওঁতে মাকক আদৰি নিবলৈ আহি মাকৰ কাষতে দৈৱকীক বৈ থকা দেখি তেওঁ পোনতে শাহু-আইক সেৱা জনাই পাচতহে মাকক সেৱা জনোৱা কাৰ্যত।

বলোৰাম, দৈৱকী আদিৰ চৰিত্ৰও আপোন মহিমাৰে ভাস্বৰ। বেদনিধিবাপুয়ে কাব্যখনিত এটি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে। তেওঁ অকল বাৰ্তাবাহক ব্ৰাহ্মণেই নহয় কৱিণীক কোলাই বোকাই লৈ ডাঙৰ-দীঘল কৰা কুল পুৰোহিত। তেওঁৰ স্নায়ু দুৰ্বল হ'ব পাৰে—কিন্তু বুদ্ধিত বৃহস্পতি আৰু কৰ্তব্য সম্পাদনত আগৰণুৱা। নহ'লেনো সুদূৰ দ্বাৰকাৰ পৰা শ্ৰীকৃষ্ণক তেওঁ কুণ্ডিনলৈ লৈ আহিব পাৰেনে? সুমালিনী ধাই কৱিণীৰ মাতৃস্বৰূপা। তেওঁৰ চাৰিত্ৰিক কোমলতাই আমাৰ চিত্ত পৰশি যায়।

কৱিণী হৰণ কাব্যৰ জনপ্ৰিয়তাৰ আনটি কাৰণ হ'ল ইয়াত সংযোজিত হোৱা মধ্যযুগীয় অসমীয়া সমাজ আৰু সংস্কৃতিৰ ভিন্ন চিত্ৰবোৰ। (১) কৱিণীৰ বিবাহ সম্পাদনৰ দৃশ্যমালা মূলে সমৰ্থন নকৰে। এই অংশত কবিয়ে অসমীয়া বিয়াৰ ছবিখনি নিখুঁটকৈ অংকন কৰাৰ সুযোগ লৈছে। কৱিণীৰ সাজ-সজ্জা আৰু অ-অলংকাৰতো স্থানীয় প্ৰভাৱ বিদ্যমান।

বিভিন্ন ৰসৰ পৰিপুষ্টিয়ে কৱিণী হৰণ কাব্যখনি অধিক জনপ্ৰিয় কৰি তুলিছে। কাব্যখনিৰ মূলৰস শৃংগাৰ। কৃষ্ণ-কৱিণীৰ পূৰ্বৰাগ, মিলনৰ আশংকা, আৰু পূৰ্ণমিলনৰ চিত্ৰই কাব্য-খনিৰ মূল ধাতু। এই আটাইখিনি বিষয়বস্তুৰ মাজেদি শৃংগাৰ ৰসৰ প্ৰকাশ মনোৰম। শৃংগাৰ ৰসৰ কাষে কাষে বীৰ আৰু ৰৌদ্ৰ ৰসৰ পৰিস্ফুৰণে কাব্যখনিক অধিক হৃদয় গ্ৰাহী কৰি তুলিৰ পৰাটো আনন্দৰ কথা। কন্মীৰ ক্ৰোধ, ৰণ যাত্ৰা, বিপক্ষী নৃপতি সকলৰ বাধৰ সেনাৰে যুদ্ধ আদিৰ বৰ্ণনাত বীৰ আৰু ৰৌদ্ৰ ৰসৰ প্ৰকাশ ঘটিছে। কন্মীৰ মৃত্যুসংবাদ শুনি ভীষ্মক আৰু শশীপ্ৰভাই কৰা বিলাপত করুণ আৰু ৰসত উঠি আহোতে মূৰ্চ্ছা যোৱা বেদনিধিৰ

(১) 'শংকৰী সাহিত্যত অসমীয়া সমাজ আৰু সংস্কৃতিৰ চিত্ৰ' শীৰ্ষক প্ৰবন্ধ চাওক।

আত্মীয় স্বজনক একশৰণীয়া ধৰ্মত শৰণদিবলৈ গুৰুজনাৰ পৰা এই গ্ৰন্থখনি খুজি নিয়াৰ কথা ৰামচৰণে উল্লেখ কৰিছে। (৩)

ত্ৰিনিশ আঠোটা পদত সম্পূৰ্ণহোৱা ভক্তি প্ৰদীপৰ মূল গৰুড়-পুৰাণ— "গৰুড় পুৰাণ কৃষ্ণ অৰ্জুন সংবাদ" আৰু ইয়াৰ বক্তা "মহা-মুনি ব্যাস সুত শুক।" যুধিষ্ঠিৰে ৰাজসূয় যজ্ঞ সম্পাদন কৰা কালত ঋষি প্ৰবৰ অংগিৰা নাৰদৰ মুখত জ্ঞান আৰু কৰ্মযোগৰ ক্ষয়িষ্ণুতাৰ কথাগুনি মধ্যম পাণ্ডৱ অৰ্জুনে মনৰ সন্দেহ ভঞ্জন কৰিবলৈ শ্ৰীকৃষ্ণৰ ওচৰত শৰণাপন্ন হয়। ভগবান শ্ৰীকৃষ্ণই তেতিয়া জ্ঞান আৰু কৰ্মযোগৰ অসাৰতাৰ কথা বৰ্ণাই অব্যভিচাৰিণী ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰে। তেওঁ কয়, ভক্তিবিহীন জ্ঞানেৰে মোক্ষ পাবলৈ যোগাটো বৰষুণৰ পানীত মাছ বিচৰাৰ দৰে নিৰৰ্থক। ভক্তিৰ ভিতৰতো কলিকালত বিষ্ণু নাম শ্ৰৱণ আৰু কীৰ্তনেই প্ৰশস্ত— "মোৰ কথা শ্ৰৱণ-কীৰ্তন বিনে আন। নাহিকে উৰ্কতি সখি দৃঢ় কৰা জ্ঞান।" এক কৃষ্ণ বিনে আন দেৱ দেৱীক পূজা অৰ্চনা নকৰাটোৱে হ'ল অব্যভিচাৰিণী ভক্তি। এনে ভক্তিৰ সহায়ত্তহে জীৱে সংসাৰ নিকাৰ ভুঞ্জাৰ পৰা অব্যাহতি পাব পাৰে। এই ভাকতে জাতি অজাতিৰ বাচ বিচাৰ নকৰে। মহাম্লেছ চাণ্ডালো ইয়াৰ বলত মোক্ষলাভ কৰিবলৈ হয় সমৰ্থ :

চৌক নৰ যদ্যপি পৰম দুৰ চাৰ ॥
মোকে মাত্ৰ ভজোক সুপূজি দেৱ আন ॥
তথাপি পৰম সাধু সেহি মোৰ প্ৰাণ ॥ পদ ৩০

কাৰণ 'অনাচাৰ কৰি অপৰাধী মোৰ নুহি। আনদেৱ পূজে সিটো মোৰ দ্ৰোহী।' (পদ-৩৪) এই যুক্তিৰ সাপেক্ষে শ্ৰীকৃষ্ণই মধ্যম পাণ্ডৱৰ আগত কৰ্মকাণ্ডী শুশীল ব্ৰাহ্মণ আৰু ভক্তিপ্ৰাণা চাণ্ডা-লিনীৰ কাহিনী ব্যাখ্যা কৰি কয় : 'পাইবা মহামোক্ষ সুখে মোহোৰ বেথাত। তুমি মহামিত্ৰ জানি কহিলো তোমাত" (পদ ১০২) তাৰ পাচত শ্ৰীকৃষ্ণই ভকতৰ লক্ষণৰ বৰ্ণনা দি ভাগৱত ধৰ্মৰ স্বৰূপ ব্যাখ্যা কৰে। তত্ত্ব ভাব আৰু সংকল্প মনেৰে সৰ্বভূত তথা সৰ্বধৰ্মক সমজ্ঞান কৰি অহিংস বুদ্ধিৰে চিত্ত প্ৰসাদক কৰাটোৱে হ'ল 'ভাগৱত ধৰ্ম'। অন্তৰ্যামী নাৰায়ণ সৰ্বভূতৰে হৃদয়ত স্থিত—এনে জ্ঞান কৰি

(২) ভনি নাৰায়ণে আৰবি ভেখালে অবোধ প্ৰমাদ দৈল গাঁ
লেৰ নিবাৰণী গৰুড় পুৰাণি ভকতি প্ৰদীপ দিলা। পদ—২৫১

দিয়ে সৰ্বদা কৃষ্ণৰ ভজনা কৰে, তেৱে মুক্তি পায়। কোটি কোটি তীৰ্থস্থান দৰ্শন বা যাগ-যজ্ঞতকৈ নামৰ মাহাত্ম্য অনেক বেচি। ইয়াৰ পাচত অৰ্জুনৰ অনুৰোধত শ্ৰীকৃষ্ণই তেওঁৰ মুখ্য মুখ্য নামবোৰৰ লেখদি বৈকুণ্ঠৰ বৰ্ণনাৰে "ভক্তি প্ৰদীপ"ৰ সামৰণি মাৰিছে।

"ছন্দৰ উদাৰ গতি আৰু পৰিণত আধ্যাত্মিক ভাবৰ সু-সংবদ্ধ সৰল প্ৰকাশেৰে এইখনি শ্ৰীশ্ৰীশংকৰদেৱৰ এখনি শ্ৰেষ্ঠ ৰচনা" হ'লেও (৭) ৰুক্মিণীহৰণ নাইবা কীৰ্তনৰ শব্দৰ লালিত্য আৰু ৰচনাৰ মাধুৰ্য ইয়াত পোৱা নাই। আনকি 'ভক্তি-ৰত্নাকৰ'ত থকা বিষয়বস্তু উপস্থাপনৰ সুমিতিও ইয়াত লক্ষ্য কৰা নাযায়। পুণ্যকৃতি-লোকৰ পৰাও এই গ্ৰন্থখনি মুক্ত নোহোৱাগুণে আজি কিছুদিনৰ আগৰেপৰা এদল পণ্ডিতে 'ভক্তি-প্ৰদীপ'ৰ প্ৰামাণিকতাত সন্দীহান হৈ পৰিছে। (৫) ইয়াৰ কাৰণসমূহ হ'ল—(ক) কবিয়ে গ্ৰন্থখনিৰ বিষয়বস্তু "গৰুড়-পুৰাণ"ৰ পৰা চয়ন কৰা বুলি গ্ৰন্থৰ আৰম্ভণি (পদ-৩) আৰু পৰিসমাপ্তিত (৬) উল্লেখ কৰিলেও বৰ্তমান ছপা 'গৰুড় পুৰাণ'ৰ বিষয় বস্তুৰ লগত 'ভক্তি প্ৰদীপ'ৰ বিষয়বস্তুৰ ওচৰ সম্পৰ্ক সংৰক্ষিত হোৱা নাই। (খ) 'গৰুড় পুৰাণ'ৰ কাহিনী হ'লে সি 'মহামুনি ব্যাসসুত শুক'ৰ মুখ-নিসৃত বাণী হ'ব লাগিব। (গ) "গৰুড় পুৰাণ"ৰ পৰা পদ কৰা কবিয়ে একাধিক স্থানত লিখিছে—"ভকতি প্ৰদীপ নামে ভাগৱত পদ। শুনা একচিত্ত মনে সবে সভাসদ॥" (পদ-৭) ৰাজসূয় যজ্ঞকালৰ কৃষ্ণাৰ্জুনৰ সংবাদ পাচত ভাগৱতে সমৰ্থন নকৰে। (ঘ) ভক্তি প্ৰদীপৰ আৰম্ভণিতে অৰ্জুনে শ্ৰীকৃষ্ণৰ চৰণত শৰণাপন্ন হৈছে আৰু ভগৱান কৃষ্ণই তেওঁৰ আগত অব্যভিচাৰিণী ভক্তিৰ ব্যাখ্যা কৰিছে। ৰাজসূয় যজ্ঞকালৰ [illegible] লৌকা গাণ্ডীৱধাৰীক কুৰুক্ষেত্ৰৰ ৰণাংগনত [illegible] যাৰে শৰণ দিব লগা হ'ল—তাৰতে বুলি [illegible] তদুপৰি এই গ্ৰন্থখনিত শ্ৰীকৃষ্ণই অৰ্জুনক [illegible]

(৪) মহেশ্বৰ নেওগ সম্পাদিত ভক্তি-প্ৰদীপ, ভূমিকা [illegible] (৫) [illegible] (১৯৬৩) পিঠি [illegible] (৬) গৰুড় পুৰাণ [illegible] পুৰাণ কৃষ্ণৰ নাম মহত্ত্ব। পদ-৩০৮।

গ্ৰন্থদুয়ৰ বিষয়বস্তুৰ বিশেষ মিল বিচাৰি পোৱা নাযায়। গতিকে অনুমান কৰিব পাৰি যে শংকৰদেৱৰ সময়ত সমস্তদেশত প্ৰচলিত গৰুড় পুৰাণ খনি অধুনা লুপ্ত হৈ গ'ল। বৰ্তমানৰ গৰুড় পুৰাণখনি এখনি অৰ্বাচীন গ্ৰন্থহে। [ঘ] এই অৰ্বাচীন পুৰাণখনিৰ একাধিক অধ্যায়ৰ বিষয়বস্তুৰ সৈতে ভক্তি-প্ৰদীপৰ বিষয় বস্তুৰ মিল লক্ষ্য কৰি ডঃ নেওগে কয়—'আকাৰত নহ'লেও ইংগিতত গৰুড় পুৰাণৰ প্ৰতিপাদ্যই ভক্তি-প্ৰদীপৰো উপলক্ষ্য।' [৮]

এনেদৰে ভক্তি প্ৰদীপৰ প্ৰামাণিকতাৰ সপক্ষে-বিপক্ষে ভিন্ন যুক্তি থকাস্বত্বেও সাধাৰণভাৱে ই মহাপুৰুষ শংকৰদেৱৰে ৰচনাৰূপে ধৰ্মপ্ৰাণ জন সাধাৰণৰ দ্বাৰা অদ্যাপি স্বীকৃত হৈ আহিছে।

## ঘ অনাদি পাতন

শংকৰদেৱৰ তত্ত্বমূলক গ্ৰন্থসমূহৰ ভিতৰত 'অনাদিপাতন' অন্যতম। কথাগুৰু চৰিতত আছে, বুঢ়া দৈৱজ্ঞ আটৈয়ে কোনো-পধ্যেই জ্যোতিষ নেৰাত শংকৰে তৃতীয়স্কন্ধ ভাগৱতৰ লগত জ্যোতিষৰো কিছু মিহলি 'অনাদি পাতন' ৰচনা কৰাত আটৈয়ে জ্যোতিষ চৰ্চা এৰি এইখন পুথিকে প্ৰভাতে আওৰাবলৈ ধৰিলে। শংকৰে দ্বিতীয়বাৰ তীৰ্থযাত্ৰালৈ যোৱাৰ পূৰ্বে সত্ৰত পাটবাউসীত ভাগৱত পুৰাণ-সমত বামন পুৰাণৰ সংমিশ্ৰণেৰে এইখন পুথি ৰচনা কৰা বুলি ডঃ নেওগে দিয়া মন্তব্য যুক্তিপূৰ্ণ। (১) ইয়াৰ ৰচনা তত্ত্বভূমি আৰু শোভা ক্ৰমতি পাইছিল।

সৃষ্টিৰ স্থিতিকাৰে শংকৰিৰ পাতনি কৰা হৈছে। সৃষ্টিৰ আগত কেৱল অন্ধকাৰ আছিল। অবিচাৰত সূৰ্য-চন্দ্ৰ আদিৰ কেৱল "অন্ধকূপ" মাত্ৰ। তাৰ পিছত ... [illegible]

[৮] মহেশ্বৰ নেওগ—শ্ৰীশংকৰদেৱ, পিঠি—৫৮

(১) M. Neog—Sankaradeva and His Times, Pp 155

তাৰ ওপৰত অষ্ট দিগ্ গজ। সিহঁতেই পৃথিৱী ধৰি আছে। সিহঁতে গাটো লৰালেই হয় ভূ-কম্পন। কাছে হালিয়ালেও ভূমিকম্প হোৱাৰ লোক বিশ্বাস আছে। দ্বিতীয়তে প্ৰলয়ৰ বৰ্ণনা। তৃতীয় ছন্দত বিবৃত হৈছে ভগৱন্তৰ ইচ্ছত সৃষ্টি পাতনিৰ কথা। সৃষ্টিৰ আদিতে চৈতন্যময় নিৰঞ্জন ব্ৰহ্ম পুৰুষ আনন্দৰসত মগ্ন হৈ অকলশৰে আছিল যদিও পাচলৈ সৃষ্টি ৰচনাৰ উদ্দেশ্যে তেওঁ প্ৰকৃতিলৈ কটাক্ষপাত কৰাৰ লগে লগে মহামায়াৰ উদ্ভৱ হ'ল। মায়া জগত সৃষ্টিৰ কাৰণে তেতিয়া ব্ৰহ্মপুৰুষে প্ৰকৃতিক আদেশ কৰাত পুৰুষৰ কটাক্ষৰ ফলশ্ৰুতি ৰূপে প্ৰকৃতি গৰ্ভৱতী হ'ল আৰু জন্ম পালে মহত্তত্ত্ব। মহত্ত্বৰ ত্ৰিপুত্ৰ—সত্ত্ব, ৰজ আৰু তম। তামস অহংকাৰৰ পৰা অনুক্ৰমে শব্দ শব্দৰ পৰা আকাশ আকাশৰ পৰা স্পৰ্শ স্পৰ্শৰ পৰা বায়ু, বায়ুৰ পৰা ৰূপ, ৰূপৰ পৰা অগ্নি, অগ্নিৰ পৰা ৰস ৰসৰ পৰা জল জলৰ পৰা গন্ধ আৰু গন্ধৰ পৰা জন্ম পালে বসুমতী। (পদ ৫৬) একেদৰে ৰাজসৰ পৰ চকু, কাণ, নাক মুখ, চৰ্ম, জিভা হাত, পদ, গুহ্য আৰু লিংগ—এই দশেন্দ্ৰিয়ৰ উদ্ভৱ হ'ল। (পদ ৫৭) একেদৰে সাত্ত্বিক অহংকাৰৰ পৰা জন্ম লভ কৰিলে দশেন্দ্ৰিয়ৰ অধিষ্ঠাতা আদিত্য দিশ, অশ্বিনীকুমাৰ বহ্নি, বায়ু বৰুণ ইন্দ্ৰ বিষ্ণু মিত্ৰ আৰু প্ৰজাপতিয়ে। (পদ ৫৯)

ইয়াৰ পাচত মনৰ কথা। মন, বুদ্ধি, অহংকাৰ আৰু চিত্ত ইয়াৰ সমষ্টিয়ে মন। ইয়াৰ অধিষ্ঠাতা হ'ল—চন্দ্ৰ (মন), ব্ৰহ্মা (বুদ্ধি), ৰুদ্ৰ (অহংকাৰ) আৰু বাসুদেৱ (চিত্ত, পদ ৭৩) ইয়াৰ পাচত প্ৰকৃতিৰ চৈধ্যভুৱনৰ সৃষ্টি বৰ্ণনা। গন্ধ, ৰূপ, স্পৰ্শ, শব্দ, ৰূপ আৰু ৰস—এই তন্মাত্ৰ আৰু এঘাৰ ইন্দ্ৰিয়ে মিলি হ'ল 'বিকাৰ ষোড়শ'. (পদ ৭৬) ইয়াৰ লগত পঞ্চভূত, প্ৰকৃতি, মহত্ত্ব, অহংকাৰ ধৰি হ'ল চৌবিশ তত্ত্ব।

ভগৱন্তৰ লীলা কৰিবলৈ ইচ্ছা কৰাত সৃষ্টি হ'ল সপ্তস্বৰ্গ—নৰৰ ভূলোক, গন্ধৰ্বলোকৰ ভুৱঃ, কিন্নৰৰ স্বৰ্লোক, দেৱতাদিৰ মহা-লোক, মুনিঋষিৰ জনলোক, সিদ্ধৰ তপলোক, ব্ৰহ্মৰ সত্যলোক, শিৱৰ শিৱলোক আৰু সবাৰো শীৰ্ষত বিষ্ণুলোক। একেদৰে তল, অতল, বিতল, সুতল, তলাতল, মহাতল আৰু ৰসাতল—এই সপ্ত পাতাল আৰু জম্বু, প্লক্ষ, শাল্মলী, কুশ ক্ৰৌঞ্চ শাক আৰু

পদ্ম— ই সপ্তদ্বীপবো জন্ম সম্ভৱ হল। "এহিমাত্ত ত্রিজগত কৰিলা নিৰ্মাণ। নকৰে প্ৰকাশে কিছু যেন শূণ্য স্থান॥" তেতিয়া ভগৱন্তই মাযাৰ দ্বাৰা সৃষ্ট ত্রিগুণৰ সহায়ত জগতৰ জীৱৰ সৃষ্টি পালন আৰু সংহাৰৰ হেতু ব্ৰহ্মা বিষ্ণু আৰু মহেশ্বৰৰ সৃষ্টি কৰিলে। সদ্যজাত ত্রিমূৰ্ত্তিয়ে ভগৱন্ত পুৰুষক প্ৰাৰ্থনা জনোৱাত ভগৱন্তই তেওঁলোকক দিলে কৰ্ত্তব্যৰ লেখ। পৰমপুৰুষৰ আদেশক্ৰমে সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই চতুৰ্সিদ্ধ নাৰদ প্ৰজাপতি দক্ষ, প্ৰজাপতি পুত্ৰ কশ্যপ আৰু যক্ষৰাজৰ সপ্তদশ কন্যাৰ মিলনৰ প্ৰতিভূ ৰূপে জাত দেৱ দানৱ আৰু অষ্ট অসুৰ উপৰি চতুৰ্বেদ চৈদ্যশাস্ত্ৰ অষ্টাদশ পুৰাণ, অষ্টাদশ ভাৰত চাৰিবৰ্ণ আৰু চতুৰ্বৰ্গৰ সৃষ্টি কৰিলে। (পদ ২৯-৯৮)

ইয়াৰ পাছত মানৱদেহৰ সবিশেষ বৰ্ণনা। "ব্ৰহ্মাণ্ডৰ গুণ মানে আছে শৰীৰত" (পদ ৯৯) এই গুণবোৰৰ ভিতৰত গৌৰিশ তত্ত্ব নৱদ্বাৰ সন্ধি ত্ৰিজাৰ নাড়ী আৰু সিবোৰৰ মাজত 'সুষুম্না' পিঙ্গলা ইড়া নাড়ীৰ কথা দশবায়ু দেহৰ ষড়চক্ৰ, কুণ্ডলিনীচক্ৰৰ বৰ্ণনা চমকপ্ৰদ।

পৰৱৰ্ত্তী ছেদত বিবৃত জ্যোতিচক্ৰৰ কথাত আছে কলদিগ পালৰ পৰিচয় দ্বাদশ ৰাশি চক্ৰত ভ্ৰাম্যমান সূৰ্যৰ কথা আৰু আন আন অষ্টগ্ৰহৰ অৱস্থানৰ বৰ্ণনা। (পদ ১১৯) ইয়াৰ পাছত পাওঁ সাতাইশটা নক্ষত্ৰ সাতাইশটা যোগ দশদেৱতাৰ স্থান আৰু কল্পকল্পৰ বহল বৰ্ণনা। কাব্যখনিৰ একেবাৰে শেষত কথিত হৈছে চৌৰাশী নৰকৰ বৰ্ণনা।

ওপৰৰ উল্লিখিত আটাইখিনি কথাই গভীৰ আৰু তত্ত্বপূৰ্ণ যদিও শংকৰদেৱৰ আনন্দ মিসাঙ্গী লেখনি স্পৰ্শত ই লোকচিত্ত আকৰ্ষণৰ উপযোগী ৰূপ পৰিগ্ৰহ কৰিবলৈ সমৰ্থ হৈছে। ইয়াত সন্নিবিষ্ট দেহতত্ত্বৰ অধ্যায়ে পৰৱৰ্ত্তী কালৰ দেহ বিচাৰৰ গীত আৰু গুপ্ত সম্প্ৰদায় সমূহত প্ৰভূত প্ৰভাৱ পেলোৱাটো আন এটি স্মৰণযোগ্য কথা। (২)

(২) [illegible]

## ৬ অজামিল উপাখ্যান

ভাগৱত পুৰাণৰ ষড বিংশতি অধ্যায়ৰ উপৰি ষষ্ঠস্কন্ধৰ প্ৰথম, দ্বিতীয় আৰু তৃতীয় অধ্যায়ৰ কথা বস্তুৰ আধাৰত মহাপুৰুষ শংকৰদেৱে অজামিল উপাখ্যানৰ চমু আৰু বৃহৎ এই — দুটি ৰূপদান কৰে। চমু-ৰূপটি 'কীৰ্ত্তন'ৰ অন্তৰ্ভুক্ত আৰু বহল ৰূপটি ৪২৬টা পদত বিন্যস্ত। অজামিল উপাখ্যানৰ পাতনি তৰা হৈছে চৌশষ্টি নৰকৰ বিভীষিকাপূৰ্ণ বৰ্ণনাৰে। বিভিন্ন পাপ আৰু সি বোৰৰ প্ৰায়চিত্তৰ উপায় কথিত হৈছে পৰবৰ্ত্তী ছেদত। ইয়াৰ পাচতে অজামিলৰ কাহিনী। অজামিল আছিল কান্যকুব্জৰ সুশীল, সদাচাৰী, মৃদু স্বভাৱৰ ক্ষমাশীল ব্ৰাহ্মণ। এদিনাখন তেওঁ বাপেকৰ আজ্ঞাতে ফল মূল আৰু সমিধ আনিবলৈ হাবিলৈ যায় আৰু উভতি আহোঁতে বাটত মতলীয়া লোক এজনে বেশ্যা এজনীৰ সৈতে ক্ৰীড়াসক্ত হৈ থকা দেখে। সেই দৃশ্যই ব্ৰাহ্মণক মতিচ্ছন্ন কৰিলে। তেওঁ ধৰ্মভ্ৰষ্ট হৈ হৈ পৰিল বেশ্যাসক্ত। পৈতৃক সম্পত্তি বিনাশৰ বিনিময়ত তেওঁ বেশ্যাজনীৰে সৈতে গৃহবাস কৰি আপোন ভাৰ্যাক কৰিলে চিৰদিনলৈ পৰিত্যাগ। কিছুদিন যোৱাত অজামিলৰ ঔৰসত বেশ্যাৰ গৰ্ভত এটি পুত্ৰ সন্তানৰ জন্ম হয়। ল'ৰাটিৰ নাম নাৰায়ণ। অজামিলৰ অন্তিম কাল সমাগত প্ৰায়। যমদূতক দেখি ভয়ত বিচুৰ্ত্তি খাই তেওঁ তেওঁৰ মৰমৰ পুত্ৰ নাৰায়ণক আৰ্ত্তবাৰে মাতিব ধৰিলে। (মহা পীড়া পায়া বিপ্ৰ ভৈলা অচেতন। তিনি আৰ্ত্তবাৰে বিং আস নাৰায়ণ॥ পদ ১০৬) "নাৰায়ণ" নামটি স্মৰণ কৰাৰ লগে লগে তাত গৰিষ্ঠ বিষ্ণুদূতৰ আবিৰ্ভাৱ হ'ল।

অজামিলৰ শাণাহাক লৈ যমদূত আৰু বিষ্ণুদূতৰ মাজত টান-আজোৰা আছিল। যমদূতে অজামিলক [illegible] বিষ্ণুদূতে [illegible]

স্বৰূপ বৰ্ণালে। ইয়াৰ পাচত বিষ্ণুদূতে চাৰিজনে নির্গুণ ভাগৱত ধৰ্মৰ তত্ত্ব বিবৰি নামৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেৰে অজামিলৰ আত্মাক স্বৰ্গলৈ লৈ গ'ল।

নামৰ মহিমা প্ৰতিপাদনেই অজামিল উপাখ্যানৰ মূলকথা। মহাপাপী অজামিলে পুত্ৰ নাম 'নাৰায়ণ' উচ্চাৰণ কৰিয়ে মুক্তি পোৱাটো নামৰ মহিমাৰে দৃষ্টান্ত। নামৰ শ্ৰেষ্ঠত্বৰ বিষয়ে ক'বলৈ গৈ কবিয়ে যুক্তি দিছে—'যেন যেহু মেহত কংসক নেবে পাৱে। না'মধৰ্ম হেনাসে হৰিক কৰে বশ্য। নামৰ মহিমা ইটো বেদৰ ৰহস্য॥ (পদ ১৭১) জানি বা নজানি কৰে নামৰ কীৰ্ত্তন। তথাপি পাপক দহি নমে কৰে চয়।' (পদ ১৯৭)

অজামিল উপাখ্যানত কবিৰ সৃজনী প্ৰতিভাৰ স্বাক্ষৰ কম যদিও জনমানসত ইয়াৰ আদৰ কম বুলিব নোৱাৰি। বিভিন্ন সত্ৰৰ বেৰত অজামিল উপাখ্যানৰ চিত্ৰ খোদিত কৰাৰ উপৰি সত্ৰীয়া চিত্ৰ শৈলীত অংকিত ইয়াৰ বিভোপন চিত্ৰৰূপে ইয়াৰ জনপ্ৰিয়তাক প্ৰমাণ কৰে।

## চ অমৃত মন্থন

শংকৰদেৱৰ অষ্টমস্কন্ধ ভাগৱতৰ তিনিটা বৰং সম্পূৰ্ণ কাহিনী অসমীয়ালৈ ৰূপান্তৰিত কৰে—(ক) গজেন্দ্ৰ মোক্ষ (৮।২-৪ অধ্যায়) (খ) অমৃত মন্থন (৮।৫-১২) আৰু (গ) বলিছলন (৮।১৫-২৩)

দেৱ-দানৱে মিলি ক্ষীৰ সাগৰ মন্থন কৰাৰ কিংবদন্তী উপৰিও অনুবাদ কৰোঁতে মহাপুৰুষে লোকৰঞ্জক কাহিনী একোটিক [illegible] ভাগৱতৰ [illegible] দিয়া বুলি নিজেই [illegible] —'মূল [illegible] [illegible] নিলোঁ [illegible] [illegible] কিছু [illegible] [illegible]। [illegible] ইহাতে [illegible] নিয়াবাৰী [illegible]' (পদ —৯১১) [illegible] [illegible] [illegible] [illegible] [illegible] [illegible]: (ক) [illegible] [illegible]

নামোল্লেখ হৈছে মাত্ৰ। অসমীয়া কবিয়ে ইয়াক স্বয়ং সম্পূৰ্ণ কবিতা এটিৰ ৰূপ দিছে। (পদ ৫৬-৭৩) (খ) নিৰস্ত্ৰ দেৱতা সকল দৈত্য ৰাজৰ ওচৰলৈ যোৱা সন্দৰ্ভত মূলত আছে—'তাৰ পাচত দেৱতা সকলে অসুৰ সেনাপতি সকলৰ দ্বাৰা পৰিবৃত হৈ পৰম সমৃদ্ধিশালী ত্ৰিলোক বিজয়ী বলিৰাজৰ ওচৰ'ল গ'ল। পোনতে মহামতি ইন্দ্ৰই কোমল বাক্যৰে সান্ত্বনা দি বলিৰাজক ভগবান পুৰুষোত্তমে যিবোৰ বিষয়ত উপদেশ দিছিল সেই বিষয়ে বিবৰি ক'লে। দেৱৰাজ ইন্দ্ৰৰ কথা শুনি দৈত্যৰাজ বলি আৰু তাত উপস্থিত থকা শম্বৰ অৰিষ্টনেমি, ত্ৰিপুৰবাসী এই সকলো দৈত্যই সম্মত হ'ল। (ভাঃ ৮।৬।৩০) শংকৰদেৱে ইয়াক সুদীৰ্ঘ ডবকুৰি পদত বৰ্ণনা কৰিছে। (পদ ৯৫-১১৫) (গ) লক্ষ্মীৰ স্বয়ম্বৰ কাহিনী মূলত বৰ চমু। অসমীয়া কবিয়ে তাত ৰতন সানিবলৈ গৈ পিতৃ সাগৰক স্বয়ম্বৰ মঞ্চলৈ আনি দেৱাসুৰৰ প্ৰত্যেক জনাৰ লগত লক্ষ্মীক পৰিচয় কৰাই দিছে। (পদ ২০০-৯১)

দেৱাসুৰে সমুদ্ৰ মথালেও ভগবান শ্ৰীবিষ্ণুৰ মহিমা কীৰ্তনেই কাব্যখনিৰ মূলকথা। দৈত্যকুলৰ দ্বাৰা বাৰে বাৰে লাঞ্ছিত হোৱা দেৱগণক অমৃত লাভাৰ্থে সমুদ্ৰ মথিবলৈ উপদেশ দিয়া, দেৱাসুৰে গিৰি মন্দৰ কঢ়িয়াবলৈ অসমৰ্থ হোৱাত নিজে আবিৰ্ভাৱ হৈ বাওঁ হাতেৰে মন্দৰক গৰুড়ৰ পিঠিত তুলি থৈ সাগৰৰ তীৰত সংস্থাপন কৰা, সাগৰত মন্দৰ ডুব যোৱাত নিজে কচ্ছপ ৰূপেৰে তাক দাঙি ধৰা, অমৃত মথনত দেৱাসুৰ ভাগৰি পৰাত নিজে উভয় দলৰ বল-বীৰ্য বৰ্ধন কৰা, মোহিনী ৰূপ ধাৰণ কৰি কৌশলেৰে দেৱগণক অমৃত ভুঞ্জোৱা আদিৰ উপৰি দেৱাসুৰৰ যুদ্ধত দৈত্যকুলৰ মায়াযুদ্ধক বাৰণ কৰা কৰ্মত বিষ্ণুৰ মহিমা পৰিস্ফুট হৈছে

বিষ্ণুৰ ছত্ৰ ছায়াত থাকি বিজয়ৰ বৈজয়ন্তী মালা পিন্ধিও আবিলোৱা দেৱৰাজ ইন্দ্ৰৰ চৰিত্ৰক হীন দেখুৱাই দৈত্য বলি ৰাজৰ চাৰিত্ৰিক মহানতা প্ৰদৰ্শন কৰাটো 'অমৃত মথন'ৰ এটি আলোকোজ্জ্বল দিশ। দেৱৰাজক দৈত্যৰাজে আদৰ সাদৰকৈ মাতিনিয়াত "[illegible]" [পদ ১০৫] আনহাতে সেনাপতি সকলে নিজৰ দেৱৰাজক [illegible] কথা কোৱাত বলিয়ে [illegible] — [illegible]। [illegible]

ভকতি ।' [পদ ১০০] বলিবাক দেৱতাসকলক সম্মানিত আসনত বহুৱাই সোধাপাচ কৰি তেওঁলোকৰ লুণ্ঠিত ধন বস্তুবো ওভোটাই দিলে। অমৃত মন্থনৰ কথা ওলোৱাত ইন্দ্ৰক আন্তৰিকতাৰে কোৱা কথাখিনিৰ তুলনা নাই—

'সম্বন্ধত গৰিষ্ঠ আমাৰ তুমি জেঠা। জনপত চলিলে তোমাৰ আমি বেটা। পুত্ৰ নিদাৰুণ যদি হোৱে কদাচিত। ক্ষমিব দাৰুণ পিতৃ ৰেনাস উচিত॥ [পদ ১১৫] যুদ্ধক্ষেত্ৰত দেৱতাক তৰ্জন-গৰ্জন কৰা কালত বলিৰাজৰ উক্তি যেন তত্ত্বদৰ্শীৰ ভাষণ: 'শুনিয়ো কপটী মিছা চটি মাটি কৰাহা অজ্ঞান হই। দৈৱৰ অধীন জয় পৰাজয় কাহাৰো শাশ্বত নুই। [পদ ৫৪৯]

মহাদেৱক লৈ হাস্য ৰসৰ সৃষ্টি কৰাটো পুথিখনিৰ আন এটি মনোৰম দিশ। ঘৰুৱা উপমাৰ প্ৰচুৰ প্ৰয়োগেৰে শংকৰদেৱে তেওঁৰ ৰচনাক জনমুখী কৰাৰ যি সচেতন প্ৰচেষ্টা—সি 'অমৃত মন্থন'তো বৰ্তমান। দৃষ্টান্তস্বৰূপ—বানৰক যেন নচুৱাৱে ঘৰে ঘৰে। (পদ ৯৮) খাসিক মাৰন্ত যেন ঘাৱক মূৰ্চাৰি। (পদ ১০৯), অমৃতৰ কথাত জিহ্বাৰ পৰে পানী (পদ ১২৫), সৰ্পে ছুঁক দিলে যেন বিষ বাঢ় মাত্ৰ (পদ ৩৩৬) বহ্নিৰ সংযোগে যেন উঠলিল ঘৃত (পদ ৩৪৭) ইত্যাদিলৈ অঙুলিয়াব পাৰি। মূলকথা, কাহিনী বৰ্ণন, পৰিস্থিতি চিত্ৰণ আৰু ঘৰুৱা কথাৰ সংযোজনাৰ কাৰণে পৰা 'অমৃত মন্থন' সঁচাকৈয়ে এখনি আকৰ্ষণীয় কাব্য। (১)

১। সত্যেন্দ্ৰনাথ শৰ্মা—অসমীয়া কাহিনী কাব্য, প্ৰথম, পিঠি ১০০

## ৬ বলিছলন

মহাপুৰুষৰ জনপ্ৰিয় কাব্য কেইখনৰ ভিতৰত বলিছলনো এখন। খণ্ড-কাব্যৰ লক্ষণ যুক্ত (১) বলিছলন যে শংকৰদেৱৰ আগবয়সৰ ৰচনা, তাৰ প্ৰমাণ—কবি পৰিচয়ৰ ক্ষেত্ৰত ব্যৱহৃত 'কায়স্থ শংকৰ' (২) বাক্যাংশৰ একাধিক প্ৰয়োগ। ড বিৰিঞ্চি কুমাৰ বৰুৱা (৩) আৰু ড মহেশ্বৰ নেওগে (৪) ইয়াৰ ৰচনা কৰ্ম পাটবাউসীত সম্পন্ন হোৱা বুলিছে যদিও বৰদোৱাৰ গুণানুকীৰ্তন কৰাতে চাই ড সত্যেন্দ্ৰ নাথ শৰ্মাই (৫) ইয়াক বৰদোৱাত ৰচনা কৰিব পাৰে বোলা কথাষাৰৰ সম্ভাৱনাকো মুই কৰিব নোৱাৰি।

পুৰাণ-প্ৰসিদ্ধ বলিছলনৰ কাহিনী ভাগ ৰচনা কৰোঁতে কবিয়ে 'ভাগৱত-পুৰাণ'ৰ লগত 'বামন পুৰাণ'ৰ কাহিনীৰ মিশ্ৰণ দিয়া বুলিছে। (৬) অধুনা প্ৰাপ্ত 'বামন-পুৰাণ'ৰ ২৮-৩১ আৰু ৮৯-৯২ অধ্যায়ৰ ভিতৰত বলিছলনৰ যি কাহিনী পোৱা যায় সি মূলৰূপত নহয় গুণে দুই একজনে সন্দেহ কৰে যে যিখন বামন পুৰাণৰ সাহাৰ্যত শংকৰদেৱে বলিছলনৰ কাহিনী অংশ অনুৰঞ্জিত কৰিছিল—সেই বামন-পুৰাণ খনি আজি বিলুপ্ত। (৭)

বলিছলনত ঘটনাৰ বহুলতা নাই। কুলগুৰু শুক্ৰাচাৰ্যৰ নিৰ্দেশানুসাৰী প্ৰহ্লাদৰ নাতি বলিয়ে বিশ্বজিত যজ্ঞ সম্পাদন কৰি অপবাজেয় শক্তি সঞ্চয়েৰে ইন্দ্ৰৰ অমৰাৱতী অধিকাৰ কৰিলে।

---

(১) 'শংকৰ বাক্যামৃত'ৰ অন্তৰ্গত ড' নেওগৰ Literary works of Sankaradeva P P II. (২) পদ ৭৫০, ৮৩৯ (৩) B K. Baruah Sankaradeva Vaisnava Saint of Assam (1960) p p 40 (৪) M. Neog—Sankaradeva and His Times, p p 181. (৫) সত্যেন্দ্ৰনাথ শৰ্মা—অসমীয়া কাহিনী-কাব্যৰ পৰম্পৰা (১৯৬৬) পিষ্ঠা ১০০ (৬) 'ভাগৱত-কথা' ইটো 'অদ্ভুত' পাৰাৱাৰ। 'বামন পুৰাণ' কিছু মিহ দিলো তাত। দুয়ো কথা নিবন্ধিলো কৰি এক ঠাই। যেন মধু মিশ্ৰে দুগ্ধ তাৰ বাঢ়ি যায়। পদ ৭৮২ (৭) ১নং পাদটীকা চাওক।

পৰাজিত দেৱতাসকল ছদ্মবেশেৰে মৰ্তভূমিত বিচৰণ কৰিব লগাত পৰিল। পুত্ৰ সকলৰ দুৰাৱস্থা দেখি দেৱ-মাতা অদিতিয়ে কাশ্যপৰ নিৰ্দেশক্ৰমে পয়োব্ৰত পালন কৰি বিষ্ণুক সন্তুষ্ট কৰাত তেওঁ নিজে দেৱতাসকলৰ মানাদুখ নিবাৰণাৰ্থে অদিতিৰ গৰ্ভত জন্ম গ্ৰহণ কৰে। উপনয়নৰ পাচত বামনে ব্ৰহ্মচাৰী বেশেৰে বলিৰ যজ্ঞভূমিত উপস্থিত হ'ল। ব্ৰহ্মচাৰীক দেখি দৈত্যৰাজে তেওঁক যি বিচাৰে তাকে দিবলৈ অংগীকাৰ কৰাত বামনে বিচাৰিলে মাত্ৰ তিনিপদ ভূমি। প্ৰথম পদেৰে পৃথিবী, দ্বিতীয় পদেৰে স্বৰ্গ আৰু পাতাল আক্ৰমি তৃতীয় পদ বলিৰাজৰ মূৰত থৈ দৈত্যৰাজৰ জ্ঞাতিবৰ্গ সমে' সুতল পুৰীলৈ প্ৰেৰণ কৰিলে। কাব্যৰ বিষয় বস্তু ইমানেই।

বলিছলনৰ কাহিনী অংশ অসমীয়ালৈ ৰূপান্তৰ কৰোঁতে কবিয়ে সাধাৰণতে 'ভাগৱত-পুৰাণ'ৰ (৮।১৫-২৩) কাহিনী আৰু ৰচনাক্ৰমকে অনুসৰণ কৰা দেখা যায়। অনুবাদত কবিয়ে কেনে দক্ষতাৰ পৰিচয় দিছে, তাৰ নিদৰ্শনা ৰূপে মাত্ৰ দুটি শ্লোকৰ ভাঙনি উদ্ধৃত কৰা হ'ল

(ক) ধৰ্মায় যশসেহৰ্থায় কামায় স্বজনায়চ।
পঞ্চধাবিভজন বিত্তমিহামুত্ৰ চ মোদতে॥ ৮।১৯।৩৭

গুনিয়োক বলি যেন শাস্ত্ৰৰ বিহিত।
পঞ্চভাগ কৰি বিভাগিবে নিজ বিত্ত॥
ধৰ্ম্ম অৰ্থ কাম যশ পুত্ৰৰ নিদানে।
তেবেসে থাকিবে পাই সুখ সৰ্বক্ষণে॥ পদ ১০২২

(খ) স্ত্ৰীষুনৰ্মবিবাহে চ বৃত্তাৰ্থে প্ৰাণসংকটে।
গো-ব্ৰাহ্মণাৰ্থে হিংসায়াং নানৃতং স্যাজ্জুগুপ্সিতম্॥ ৮।১৯।৪৩

যুৱতি বিবাহ প্ৰাণ সংকটৰ ত্ৰাসে।
গো-ব্ৰাহ্মণৰ অৰ্থে সৰ্বস্ব বিনাশে॥
এতেকতে মিছা মাতিলেও নাহি পাপ।
হেন জানি অংগীকাৰ এৰা বলি বাপ॥ পদ ১০২৩

মূলৰ লগত সংগতি ৰখা কবিয়ে স্থান বিশেষে দুই এটি ঘটণাৰ সম্প্ৰসাৰণ সংযোজনো নকৰা নহয়। দৃষ্টান্ত স্বৰূপে (ক) দানৱৰ ভয়ত স্বৰ্গচ্যুত দেৱগণে পৃথিবীৰ অৰণ্যৰ মাজত প্ৰৱেশ কৰা, 'অচম্বিতে যদিবা দেখয় মূঢ়া গাছ, দৈত্য বুলি পলাম্ভ নাচন্ত আগপাছ।' বা নগৰলৈ আহি ব্ৰহ্মচাৰী অথবা সন্যাসী বেশেৰে ভিক্ষা মাগিবলৈ আহাঁতে 'কোন তুমি বোলন্তে লৰৰ দেই ভিৰে। চোৰ চোৰ বুলি নগৰীয়া পাৰে গৰি। পলান্ত ত্ৰাসত ঝুলি বোকত্তিক এৰি। (পদ ৮১৫) আৰু 'মাসকান্তা কাৰো অন্নযেবে নাহি ভেদ। শুখাই গৈলা শৰীৰ আম্ভত লাগ পেট (পদ ৮২৬) প্ৰভৃতিকৈ সাতোটা পদত দেৱগণৰ যি লটি ঘটিৰ জীৱন্ত ছবি আঁকিছে তাৰ মূল পাবলৈ নাই। কবিয়ে তৎকালীন অসমীয়া কোনোৱা পীড়িত জাতিৰ নিকৰুণ ছবি খনি দেৱগণৰ মাজেদি প্ৰকাশ কৰিছে।

(খ) বলিৰায়ৰ যজ্ঞক্ষেত্ৰলৈ যোৱা ক্ষেত্ৰত বামনৰ মাংগলিক কৰ্মৰ যি লেখ শংকৰদেৱে দিছে, তাৰো মূল নিৰ্দেশ কৰিব নোৱাৰি।

(গ) বটুবামনে যজ্ঞশালালৈ গৈ মাত্ৰ তিনি পদ ভূমি দান স্বৰূপে খোজাত ভাগৱতৰ বলিয়ে অলপ হাঁহি মাথো কৈছে 'যি ইচ্ছা তাক লোৱা।' (৮) অসমীয়া কবিয়ে ইয়াৰে ভেজাত 'কিনো অল্প বুদ্ধি তুমি ব্ৰাহ্মণনন্দনৰ পৰা 'প্ৰাৰ্থিয়োক মোত মই দেওঁ সপ্তদ্বীপ (পদ ১০০১-৬) লৈ যিখিনি কথা কৈছে সেই আটাইখিনি অসমীয়া কবিৰ উদ্ভাৱন।

(ঘ) বলি ভাৰ্যা বিন্ধ্যাৱতীৰ বামণৰ ওচৰত সকৰুণস্তুতি আৰু সুতল পুৰীৰ সুদীৰ্ঘবৰ্ণন মহাপুৰুষৰ সৃজনী প্ৰতিভৰ পৰিচায়ক।

কবি-জীৱনৰ আগভাগত ৰচনা কৰা গুণে নাইবা সধাৰণ মূলৰ প্ৰতি লক্ষ্য ৰাখিব লগীয়া হোৱা স্বত্বেও 'বলি-ছলন'ৰ বৰ্ণনা সমূহ উকা আৰু কাব্য গুণ বিবৰ্জিত হোৱা নাই। দৃষ্টান্ত স্বৰূপ বলিৰ যুদ্ধযাত্ৰা অমৰাৱতীৰ বৰ্ণনা, বামণৰ জন্ম আৰু যজ্ঞশালালৈ গমণ বলিৰ ত্ৰিপদ ভূমিদান প্ৰভৃতি বৰ্ণনা সমূহ কাব্যিক ৰসসিক্ত আৰু সংবেদনশীল। (৯)

---

(৮) ইত্যুক্ত স হসন্নাহ বাঞ্ছিতঃ প্ৰতিগৃহ্যতাম্ ।
বামনায় মহীং দাতুং জগ্ৰাহ জলভাজনম্ । (ভা ৮।১৯।২৮)

(৯) অসম কলেজ শিক্ষক সন্থা পত্ৰিকাত (১৯৭১—৭২) প্ৰকাশিত ড হৰিনাথ শৰ্মা দলৈৰ 'বলিছলন' প্ৰবন্ধ দ্ৰষ্টব্য ।

'বলিছলন'ত চৰিত্ৰ সৃষ্টিৰ কথা ক'লেই প্ৰোনতে নাম ল'ব লাগিব দৈত্যৰাজ বলিৰ। এই চৰিত্ৰটি অংকনত কৰিয়ে যথেষ্ট সহানুভূতিৰ পৰিচয় দিছে। বলিৰাজৰ ক্ষেত্ৰত প্ৰয়োগ কৰা 'কুলৰ প্ৰদীপ (পদ ৯৭৫), ধৰ্মত নিপুণ (পদ ৯৯৯), দাতা (পদ ১০০০), মহন্ত পুৰুষ বীৰ গম্ভীৰ সাগৰ (পদ ১১৭০) ধৈৰ্যশীল (পদ ১১৬১) আৰু সত্যৱন্ত (পদ ১২০১) প্ৰভৃতি বিশেষণে উপৰি উক্ত যুক্তিত শান দিয়ে। ত্ৰিলোক বিজয়ী বলিৰাজৰ উন্নত শিৰ বিনয়ৰ প্ৰচণ্ড বাত ভূতললৈ অৱনমিত হোৱাটো চমকপ্ৰদ। নবীন বয়সৰ বটু বামণক বলিয়ে যজ্ঞশালাত দেখাৰ লগে লগে 'কৰ-যোৰে' প্ৰদক্ষিণ ক'ৰি সাতবাৰ। দণ্ডৱতে পৰিয়া কৰিলা নমস্কাৰ॥' (পদ ৯৬৪) অকল ইমানেই নহয় তেওঁ নিজে চুঁৱিলেলি বামনৰ ভৰিৰ ধূলি মচি দিছে বিন্ধ্যাৱলীৰ হতুৱাই ভৃ গাৰেবে ভৰি ধুৱাই দি পাদোদক শিৰতলৈ বামন আগমণৰ বতৰা বিনীত ভাবে সুধিছে। মূলত এই বিনয় ভাব থাকিলেও (৮।১৮।১৭ ৩০) শংকৰদেৱৰ হাতত এই বিনয়তাই বিস্তাৰ ৰূপ পৰিগ্ৰহ কৰাটো লক্ষণীয়।

বলিৰাজ আছিল সত্যবাদী আৰু ভীষ্ম প্ৰতিজ্ঞ। কুল-পুৰোহিত শুক্ৰাচাৰ্যই যেতিয়া ধৰ্মশাস্ত্ৰৰ দোহাই দি বামনক দান নিদিবলৈ অনুৰোধ কৰিছিল তেতিয়া তেওঁ স্পষ্টভাবে উত্তৰ দিছিল— 'সবাকো সহিবে পাৰো অসত্যবাদীত হাৰো তাৰ ভৰে যাওঁ অধো-গতি। (পদ ১০৩০) বামনে ছলনাকৰি দুইপদ ভূমিৰে স্বৰ্গ, মৰ্ত আৰু পাতাল ব্যাপি যেতিয়া তৃতীয় পদ থবলৈ ঠাই বিচাৰি তেওঁক কটুকথা শুনাইছিল, তেতিয়াও তেওঁ ধীৰোদাত্ত নায়কৰ দৰে বিনীত ভাবে কৈছিল,—'বুলিলা অসত্যবাদী ইৰে দুখেদহে।' (পদ ১১৭১)

অনুক্ৰমে বলিৰ অন্তৰৰ পৰা জাগতিক চিন্তা আঁতৰি গল— তেওঁৰ তনু-মন আধ্যাত্মিক জ্যোতি ধাৰাই আচ্ছন্ন কৰি পেলালে। সেইহে বলিৰাজে বামনক ক'বলৈ সমৰ্থ হ'ল - 'যতেক বোলাহা মোৰ নলবে মতিক। তোমাৰ ক্ৰোধক দেখো বৰভো অধিক॥' (পদ ১১৭৭) অৱশেষত বামনে যেতিয়া 'সাৰ্বনি মনুক ভই ইন্দ্ৰ হৈবি পাছে।' (পদ ১১৪৯) বুলি বৰদান কৰিব খুজিলে, তেতিয়াও নিৰ্লিপ্তভাৱে বলিৰাজে উত্তৰ দিলে—'বুবুজিলো প্ৰভু মোৰ ইটো কোন কুন্দা। বাক্ত গুছাই মোন মোক দিবে চাহ কুন্দা॥' (পদ ১২৫১) পঙক্তিকে 'তোমাৰ চৰণে মোৰ নথতোক আশ। সেহি দিয়া

তুনাই নকৰিবা সৰ্বনাশ॥ (পদ ১২৫২) এই স্তৱত বলিৰাজক আমি এজন বৈষ্ণৱৰ বেশত দেখিবলৈ পাওঁ। এইৰূপ কবিৰ সৃজনী প্ৰতিভাৰ স্বাক্ষৰ। গ্ৰীক কবিৰ হাতত দেৱতা মানুহৰ শাৰীলৈ আৰু মানুহ দেৱতাৰ শাৰীলৈ উত্তৰণ কৰাৰ দৰে শংকৰদেৱৰ হাতত দৈত্যৰাজ দেৱতাৰ শাৰীলৈ উন্নীত হোৱাটো উল্লেখনীয় কথা।

বলিক ছলনা কৰি দেৱগণক উদ্ধাৰ কৰিবৰ বাবেই বামনৰ ধৰাতলত আৱিৰ্ভাৱ যদিও মহাপুৰুষে এই চৰিত্ৰটিৰ ৰূপায়ণত দেৱত্ব গুণৰ অধিক সংযোজন কৰা চকুত নপৰে। বৰঞ্চ একাধিক স্থানত তেওঁক 'কপট' বিশেষণেৰেহে (পদ ৯৪৩, ৯৬০, ৯৭২) ভূষিত কৰিছে। ভাগৱতত বামনক কপট বিশেষণেৰে ভূষিত কৰা হোৱা নাই। শংকৰদেৱৰ বামনজন অতিশয় থঙাল, আৰু দয়া মায়া হীন। সৰ্বস্ৰান্ত হোৱা বলিৰাজে বামনৰ তৃতীয় পদ থবলৈ নিজৰ মূৰটি বিনীত ভাৱে আগবঢ়াই দিয়াৰ পাচতো 'বলিক কটাক্ষে চান্ত অধৰ কামুৰি। মূৰ্তিক দেখান্ত যেন ধাতু যায় উৰি॥' দৃশ্য অশোভনীয়। ৰাণী বিন্ধ্যাৱতীৰ কাতৰ প্ৰাৰ্থনাই বামনৰ চিত্ত ল'বাব নোৱাৰিলে।

কুল পুৰোহিত শুক্ৰাচাৰ্যৰ চৰিত্ৰ চিত্ৰণতো কবিয়ে বিশেষ মনযোগ দিয়া নাই। অৱশ্যে অদিতি আৰু বিন্ধ্যাৱতী—এই স্ত্ৰী চৰিত্ৰ দুটিৰ অংকনত শংকৰদেৱে দক্ষতাৰ পৰিচয় দিছে। স্বৰ্গ-চ্যুত দেৱগণৰ সীমাহীন দুখ কষ্টত মাতৃ অদিতিৰ কোমলহৃদয় ভাঙি পৰা স্বাভাৱিক। সেইহে তেওঁ কশ্যপৰ নিৰ্দেশমতে পয়োব্ৰত পালন কৰি ভগবানক সন্তুষ্ট কৰিছে। তেওঁৰ মাতৃ-হৃদয় পুত্ৰৰ কাৰণে কোন দৰে কান্দি উঠিছিল তাৰ আন এটি প্ৰমাণ পাওঁ বামনদেৱৰ বলিৰাজৰ যজ্ঞভূমিলৈ কৰা যাত্ৰাৰ ক্ষেত্ৰত। পুত্ৰ শোকত কাতৰা অদিতিৰ অন্তৰত পাচে সতিনী বিদ্বেষৰ ভাবো নথকা নহয়। সেই গুণেই তেওঁৰ মুখৰ পৰা নিৰ্গত হৈছিল'—আৱে দিতি সতিনীৰ মনৰংগ ভৈলা॥' অথচ ভাগৱতত ইয়াৰ পৰিবৰ্তে পাওঁ—'হৃত-শ্ৰিয়ো হৃতস্থানান্ সপত্নৈঃ॥ (৮।১৬।৫)

নিৰ্ভেজাল পতিপ্ৰেম নিখুঁত চিত্ৰ প্ৰকাশ পাইছে বলি পত্নী বিন্ধ্যাৱতীৰ চৰিত্ৰত। ড সত্যেন্দ্ৰ নাথ শৰ্মা দেৱে বিন্ধ্যাৱতীৰ চৰিত্ৰক হৰিশ্চন্দ্ৰৰ শৈব্যাৰ লগতে একে শাৰীত স্থান দিছে।

ভক্তি ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই বলিছলনৰ মূলকথা। এই তত্ত্ব প্ৰচাৰ কৰিবলৈ যোৱা কবিয়ে জনসাধাৰণৰ পৰিচিত উপমা, যোজনা আৰু প্ৰবাদবাক্যৰ সংযোজনাৰে কাব্যখনি জনপ্ৰিয়তাৰ তুৰীয় শিখৰলৈ উত্তৰণ কৰাৰ প্ৰযত্ন লক্ষণীয়। দৃষ্টান্ত স্বৰূপে 'কৰ্দমে মিশ্ৰিত যদি হোৱে গংগাজল, তাতো নিমজিলে আছে মহা মোক্ষ ফল (পদ ৭৪৪) কালিৰ ছৱাল হুই মোহোক বোলস তুই, হুতশ্ৰী হো মোৰ শাপে (পদ ১০৩৩) খেদি গৈয়া ধৰিলা মৃগক যেন বাঘে (পদ ১১২২) গোটে গোটে কাটিবো ছাগক যেন ধৰি (পদ ১১৩১), তুমি কাল নদীত জগত ভাসিলা। যেন জল বেগে নেই জাজিক উটায় (পদ ৮৯৩) দৈত্যৰ শৰক উৰুৱাইলা অপ্ৰয়াসে শিমলু তুলাক যেন প্ৰচণ্ড বতাসে॥ (পদ ১০৯৬), প্ৰমত্ত সিংহক যেন শৃগালে কামবায় (পদ ৮৩৪) মই অপনিক কি কৰিবে দৈত্য তৃণে, সিংহক জোকাইতে পাৰে ক্ষুদ্ৰ যে হৰিণে (পদ ৯৬৮) যেন জল পৰি অগ্নি নিৰ্বানক পায় (পদ ১০১১) যেন ক্ষুদ্ৰ মৃগ হুই বাঘত যেসাইৰে খোজা পায় (পদ ১০৮৩), যেন মহৌষধি পাই সেই সেই মতে খাইলে সমস্তে ব্যাধিক যেন হৰে (পদ ১০৯০), যাহাৰ মুখত আছি অমৃত গুৰুচে আৰে কল মূলে কেনমতে ক্ষুধা গুছে (পদ ৮০৩) হৰিণ যুথক যেন মত্ত সিংহে পাই কৌতুকে মন্দাসে কৰে কিছু ভয় নাই (পদ ১১৭০) আদিলৈ আঙুলিয়াব পাৰি। 'বলি-ছলন'ত বিভিন্ন যুৰীয়া শব্দৰ প্ৰয়োগো উপেক্ষণীয় নহয়। এইখিনিতে উলস-মালস (পদ ১২৯৬), উচ পিচ (পদ ১০৩৮), ওৱা চিল বাংকী (পদ ১৩৪৬), কাণি-কম্বা (পদ ৮০৮), কাও-বাও (পদ ১১৭৪), কাণ্ডে-কাণ্ডে (পদ ১১৪৫), কাণা-কাণি (পদ ১২৩৭) খল-খলি (পদ ১৩২০) গড়া-গড়ি (পদ ১৩৪১), গদ-গদ (পদ ১০৩১) চেদি-ভেদি (পদ ১১০৭) জটা-জুটি (পদ ৯৮০), মতা-মতি (পদ ১২৯৭) আদিৰ উদ্ধৃতি দিব পাৰি।

শংকৰ কালীন অসমীয়া সমাজৰ বিভিন্ন দিশেও 'বলিছলন'ৰ মাজেদি একোটি ভুমুক মাৰিবলৈ এৰা নাই। (১০) জন-চিত্তক স্পৰ্শ কৰিব পৰা এইবোৰ গুণ 'বলিছলন'ৰ মাজে-বাহিৰে থকাত আলোচিত কাব্য খনিয়ে আজিও জনপ্ৰিয়তা হেৰুৱাব লগা হোৱা নাই

(১০) কেশৱানন্দ দেৱ গোস্বামী সম্পাদিত 'বলিছলন'ৰ পাতনি দ্ৰষ্টব্য।

## জ আদ্য দশম

সংস্কৃত শ্ৰীমদ্ভাগৱত পুৰাণৰ দশম স্কন্ধটি ৩৯৪৩টা শ্লোকত বিন্যস্ত ৯০টি অধ্যায়ৰ সমষ্টি। পূৰ্বাৰ্ধ আৰু উত্তৰাৰ্ধ—এই দুই খণ্ডত বিভাজিত দশমস্কন্ধত ভগবান শ্ৰীকৃষ্ণৰ লীলামাধুৰী ৰূপায়িত হৈছে। কোনো কোনোৱে শ্ৰীকৃষ্ণৰ লীলামালাক গোকুললীলা, মথুৰালীলা আৰু দ্বাৰকালীলাৰ অন্তৰ্ভুক্ত কৰা দেখা যায়। দশমস্কন্ধ ভাগৱতৰ চত্বাৰিংশ অধ্যায়লৈকে (১৮৫৮টা শ্লোক) অনুবাদ কৰা মহাপুৰুষৰ আদ্য-দশমত ভগবান শ্ৰীকৃষ্ণৰ গোকুল লীলাৰ প্ৰাধান্য মন কৰিবলগীয়া। অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ 'চাৰিপুথি'ৰ অন্তৰ্গত শংকৰদেৱৰ 'দশম' খনিৰ জনপ্ৰিয়তা দোহাৰিবৰ প্ৰয়োজন নাই। পাঁচালী কবি পীতাম্বৰ, বৈষ্ণৱ কবি শংকৰদেৱ আৰু অনন্ত কন্দলিয়ে দশমস্কন্ধ ভাগৱতৰ ভিন্ন অংশৰ একোটিকৈ অনুবাদ আগবঢ়ালেও মহাপুৰুষৰ দশমে কৃতকাৰ্যতাৰ চৰম সীমা চুইছে'গ।

মহাপুৰুষে আদ্য দশমৰ অনুবাদ কৰ্ম শেষ কৰাৰ বহি প্ৰমাণ অদ্যাপি আমাৰ হাতত পৰাহি নাই। পুথি খনিৰ ৰচনা ৰীতি আৰু আন আন প্ৰমাণৰ ওপৰত ভেটি কৰি প্ৰায়বোৰ আলোচকেই ইয়াক গুৰুজনাৰ শেষ বয়সৰ ৰচনা ৰূপে স্বীকৃতি দিছে। (১) 'গুৰু চৰিত্ৰ'ত পাওঁ কণ্ঠভূষণে বাৰাণসীৰ ব্ৰহ্মানন্দ সন্ন্যাসীৰ ওচৰত বেদান্তৰ শিক্ষা ল'বলৈ যাওঁতে ব্ৰহ্মানন্দই এদিন দশমৰ ব্ৰহ্মামোহন খণ্ডৰ পদ এছোৱা ভালদৰে বুজাব নোৱাৰাত কণ্ঠভূষণে শংকৰকৃত দশমৰ পদেৰে তাক বুজাই দিয়ে। ইয়াতে ব্ৰহ্মানন্দ আচাৰ্য অদ্ভুত হৈ তেওঁৰ গুৰু বিষ্ণু পুৰীৰ 'ভক্তি ৰত্নাৱলী' খন

---

(১) দেবেন্দ্ৰ নাথ বেজবৰুৱা—অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী, ২য় তাঙৰণ, পিঠি—১১৩, ডিম্বেশ্বৰ নেওগ—অসমীয়া সাহিত্যৰ বুৰঞ্জী (১৯৫৭) পিঠি—৩৫১; মহেশ্বৰ নেওগ শ্ৰীশ্ৰীশংকৰদেৱ পিঠি—১১৮—১

শংকৰদেৱলৈ উপহাৰ ৰূপে প্ৰেৰণ কৰে। (২) উপৰুক্ত কাহিনীটোৱে এটা কথা নিশ্চিত কৰে যে কণ্ঠভূষণ বাৰাণসীলৈ যোৱাৰ আগতেই শংকৰদেৱৰ দশম সমাপ্ত হয়। সেই কালৰ পৰা বৰবাজ বৈকুণ্ঠ-বৰুৱাই শংকৰদেৱ দ্বিতীয়বাৰ তীৰ্থযাত্ৰা কৰাৰ আগে আগে দশমৰ অনুবাদ কৰ্ম শেষ হোৱা বুলি কৰা অনুমান অমূলক নহয়। (৩)

মহাপুৰুষ শংকৰদেৱে দশমৰ অনুবাদ কৰোঁতে শ্ৰীমদ্ভাগৱত পুৰাণৰ উত্তৰ-ভাৰতীয় পাঠ-শাখাৰ লগতে ভক্তিবাদৰ সমৰ্থক শ্ৰীধৰ স্বামীৰ "ভাগৱত ভাৱাৰ্থ দীপিকা"ৰো সহায় লোৱা দেখা পাওঁ। আনহাতে মূল ভাগৱত নাইবা ভাগৱত ভাৱাৰ্থ দীপিকা'ৰ যিবোৰ ঠাইত শক্তি বা তান্ত্ৰিকতাৰ বৰ্ণনা আছে, সেইবোৰ ঠাইত বৈষ্ণৱ কবি জনাই হৰিণাম শ্ৰৱণ-কীৰ্তনৰ মাহাত্ম্য প্ৰকাশ কৰাটো মন কৰিবলগীয়া। দৃষ্টান্তস্বৰূপে শ্ৰীধৰে গ্ৰন্থৰ মংগলাচৰণতে মাধৱ আৰু উমাধৱ শিৱৰ যি বন্দনা দিছে, শংকৰদেৱে তাক পৰিহাৰ কৰি ভক্তিৰ গৰিমা গাইছে।

'দশম স্কন্ধ' অনুবাদ কৰোঁতে শংকৰদেৱৰ বিশেষ মৌলিকতা প্ৰকাশ পাইছে ভণিতা বোৰত। এই বোৰ একো একোটাইত সৰু সৰু খণ্ড কবিতাৰ দৰে। সেইবোৰ স্বতঃ সম্পূৰ্ণ, বিষয় কৃষ্ণ-বিষ্ণুৰ সৰ্বশক্তি সত্তা, ঈশ্বৰ শক্তিৰ মাহাত্ম্য, ঐকান্তিক ধৰ্মৰ পবিত্ৰতা, নাম ধৰ্মৰ শ্ৰেষ্ঠতা মানৱ জীৱনৰ ব্যৰ্থতা ইত্যাদি এই উপদেশ বোৰৰ ভাৱ।" (৪) ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদিত ভণিতা সমূহৰ বিভিন্ন স্থানত বিষ্ণু-পুৰাণ, ব্ৰহ্ম বৈৱৰ্ত পুৰাণ, পদ্মপুৰাণৰ প্ৰভাৱ দুই এটাতো শুনিবলৈ পাওঁ। (৫)

মহাপুৰুষে আদ্য দশম আৰম্ভ কৰিছে শ্ৰীধৰ স্বামীৰ 'মূকং কৰোতি বাচালং পংগুং লংঘয়তে গিৰিং। যৎ কৃপা তমহং বন্দে পৰমানন্দ মাধৱম্।' এই প্ৰখ্যাত শ্লোকটিৰে। অন্তৰ্যামী ভগৱানে যাদৱ কুলৰ কংস ভয় নিবাৰণ কৰিবলৈ যোগমায়াক ষষ্ঠ দেৱী,

---

(২) কথা-গুৰু চৰিত, পিঠি—১৭২-৭৩, বৰদোৱা গুৰু চৰিত (১৯৭৭) পিঠি—১৪৫

(৩) বৈকুণ্ঠ বৰুৱা গ্ৰন্থাৱলী (প্ৰথম খণ্ড)

(৪) হৰেন্দ্ৰ দেৱ গোস্বামী—দশমৰ মৌলিক, কাব্যিক আৰু লৌকিক সৌন্দৰ্য, অসমবাণী ২৩ জুলাই' ৬০, পিঠি ১৮

(৫) নাৰায়ণ দাস—দশমৰ অনুবাদ ৰীতি আৰু শংকৰদেৱৰ স্বকীয় প্ৰতিভা গোবিন্দ প্ৰভা (১৯৭৪) পিঠি—১৮

বঙ্গং ভদ্রে আদি'ক তিনিটা শ্লোকত (১০।২।৭-৯) আদেশ দিছে শ্রীধৰী টীকাও বেচ বহল। শংকৰদেৱে মূলত সৌন্দৰ্য অব্যাহত ৰাখি অনুবাদ কৰিছে :

হেন দেখি নাৰায়ণে আদেশ কৰিলা পাছে
মহামায়া গোকুলক যাহা।
দৈৱকীৰ গৰ্ভ হৰি ৰোহিনীত থৈয়ো নিয়া
যশোদাত তুমি উপজাহা ॥ পদ ৫৪
আমিয়ো সাক্ষাতে গৈয়া দৈৱকীত উপজিবো
বসুদেৱে আনিব সলাই।

ইয়াৰ পাচতে দশমত পাওঁ 'দুৰ্গা ভদ্রা কালী আদি কৈবেক তোমাৰ নাম থাকিবা লোকৰ পূজা খাই ॥ (পদ ৫৫) ইয়াৰ শ্রীধৰী টীকা 'কুৰ্বন্তীতি বৰ্তমান সামীপ্যে বৰামীশ্বৰী, শ্রেষ্ঠা, নিয়ন্ত্রীম্ ॥ আৰু মূল হ'ল, 'নামধেয়ানি কুৰ্বন্তি স্থানানি চ নৰা ভুবি দুৰ্গেতি ভদ্রকালীতি বিজয়া বৈষ্ণৱীতি চ ॥ (১০।২।১১) এই ক্ষেত্রত শংকৰী অনুবাদ মূলানুগ। আনহাতে ব্রহ্মাদি দেৱগণৰ শ্রীকৃষ্ণ স্তৱ মূলত আৰম্ভ হৈছে এনেদৰে—

'একায়নোহসৌ দ্বিফলস্ত্রিমূলশ্চতুৰসং পঞ্চবিধং ষডাত্মা।
সপ্তত্বগষ্ট বিটপো নৱাক্ষোদশচ্ছদী দ্বিখগো হ্যাদি বৃক্ষ ॥ (১০।১।২৭)

শ্রীধৰ ইয়াৰ টীকাত লিখিছে – 'একায়নং একা প্রকৃতিৰয়ন যাশ্রয়ো যস্য সঃ। দ্বে সুখ দুঃখে ফলে যস্য সং। ত্রয়ো গুণা মূলানি যস্য সঃ। চতুৰসং ধৰ্মাৰ্থ কামমোক্ষা শ্চত্বাৰে ৰসা যস্য সং। পঞ্চেন্দ্রিয়ানিবিধা জ্ঞান প্রকাৰা যস্য স। ষডূৰ্ময় কোসা বা আত্মনং স্বভাৱা যস্য সং। সপ্তধাতৱ স্তচো যস্য। পঞ্চভূতানি মনোবুদ্ধ্যাহঙ্কাৰা শ্চেত্যষ্টৌ বিটপা শাখা বিস্তাৰা যস্য সঃ ॥" শংকৰী অনুবাদত শ্রীধৰী টীকাৰ প্রভাৱ মচিব নোৱাৰা—

প্রকৃতি আশ্রয় আছে আদি বৃক্ষ সুখ দুখ দুই ফল।
তিনি গুণেমূল অৰ্থচাৰি ৰস শিপায়ে ইন্দ্রিয় বল ॥
ছয় উৰ্মি আত্মা সাত ধাতু ছাল শাখায়ে অষ্ট প্রকৃতি।
দশবায়ু পাত ঈশজীৱ দুই পক্ষী থাকে আত্মনিতি। পদ-৬২

নন্দোৎসৱৰ বৰ্ণনা অসমীয়া কৰিয়ে মূলৰ অনুসৰণতে দিলেও 'কৰিলা সপটে স্নান পৰম আনন্দে' (পদ ১৪০) মূল বা টীকাত

পাৰলৈ নই। মূলত মাত্ৰ পাওঁ যাতে 'শুচিৰসংকুত' (১০।৫।১) শিশু কৃষ্ণই গোপ বালক সকলৰ সৈতে বনভোজ খাবলৈ যাওঁতে 'লৈলা শিকিয়াত বান্ধি কান্ধে দধি ভাত (পদ ৩৬৩)ৰ বৰ্ণনাটি উজ্জ্বল আৰু সি অসমীয়া কবিৰ কল্পনা মাত্ৰ।

'কালীয় দমন' খণ্ডত কালীহ্ৰদৰ বৰ্ণনাত আছে—'এই হ্ৰদৰ তীৰত অৱস্থিত বৃক্ষাদি আৰু পশু পক্ষী প্ৰভৃতি স্থাৱৰ-জংগম সমস্ত প্ৰাণী বিষাক্ত পানীৰ তৰংগস্পৰ্শী আৰু বিষজলকণাবাহী বায়ুৰ সংস্পৰ্শত মৰি গৈছে।' (১০।১৬।৫), কিন্তু সেই হ্ৰদৰ পাৰতে জীয়াই থকা বৃক্ষজুপিৰ কোনো বৰ্ণনা নাই। অৱশ্যে শ্ৰীধৰে টীকাত বৰ্ণাইছে, 'কদম্বমিতি। ভাবিনা শ্ৰীকৃষ্ণ চৰণ স্পৰ্শ ভাগোন স একস্তত্তীৰে ন শুষ্কং অমৃতমাহৰতো গড়ুড়স্যতাক্ৰান্তত্বাদিতি চ পুৰাণান্তৰম্॥' শংকৰদেৱে এই টীকাৰ ওপৰতে নিৰ্ভৰ কৰি লিখিছে

জীয়ে একে গাছ মাত্ৰ তীৰত কদম্ব॥ ৫৭৬
পূৰ্বত গৰুড় হৰি আনন্ত অমৃত।
সেহি কদম্বত পৰি আছিলা কিঞ্চিত।
অমৃতৰ পৰশ পাইলেক ইটো গাছে।
সিতেকাসে কদম্ব জীয়ন্তে ৰহি আছে॥ পদ ৫৭৭

কালিন্দী হ্ৰদৰ পাৰলৈ গোপবালক সকলৰ সৈতে শ্ৰীকৃষ্ণই গমন কৰা প্ৰসংগত মূলত আছে 'ভগৱান শ্ৰীকৃষ্ণ এইদৰে বৃন্দাবন বিচৰণত লাগিল। তাৰ পাচত এদিন তেওঁ বলৰাম ব্যতীত আন বয়স্ক সকলৰ সৈতে (সখিভিবৃত) কালিন্দী নদীৰ পাৰত গমণ কৰিলে। পাচত গোপবালক আৰু গৰুবোৰ গ্ৰীষ্ম তাপত কাতৰ আৰু তৃষ্ণাতুৰ হৈ (নিদাঘাৰ্ত্ত পপীড়িতাঃ) সেই কালিন্দী নদীৰ বিষদূষিত প্ৰাণনাশক জল পান কৰিবলৈ ধৰিলে।' (১০।১৫।৪৮) শংকৰদেৱে এই কথাখিনিৰ অনুবাদত স্থানীয় ৰহণ দিছে এনেদৰে —

দিনেক গোবিন্দদেৱে বালাক লগত লৈ
আপুনি খেলিলা সৱে গাই।
গোপ শিশুসৱ সংগে যমুনাৰ তীৰে তীৰে
ধেনুগণ বুলন্ত চৰাই।

জ্যেষ্ঠ মাসৰ ঘোৰ বৌদ্রে পীড়িলেক আতি
একো আৰ তৃষাত নজানি।
কালীৰ হ্রদত নামি নিৰন্তৰে গৰু গোপ
পাৰৈ মানে পিলে বিষ পানী॥

বৰ্ষা আৰু শৰতৰ বৰ্ণনাত্বুটিত কবিয়ে মূলক অনুসৰণ কৰিলেও তাত শ্ৰীধৰী টীকাৰো প্ৰভাৱ আছে। নিদৰ্শনা স্বৰূপ, শৰৎ-বৰ্ণনাৰ মূলত আছে, 'শ্ৰীকৃষ্ণ বিষয়ক ভক্তিয়ে যেনেকৈ চতুৰ্বিধ আশ্ৰমালম্বী জনগণৰ অশুভ দূৰ কৰে, তেনেকৈ শৰৎ ঋতুয়ে আকাশৰ মেঘ, প্ৰাণীসকলৰ একত্ৰ বাসৰূপ সাংকৰ্য, পৃথিবীৰ বোকা আৰু পানীৰ মলিনতা দূৰ কৰিলে। (১০।২০।৩৪) শ্ৰীধৰে ইয়াৰ বহল টীকা দিছে আৰু আমাৰ কবি জনাই সেই টীকাৰ আলোকতেই বাৰটা পদৰ (পদ ৫২৪—২৫) জীৱন্ত বৰ্ণনা দিছে। বৰ্ষা বৰ্ণনৰ "কৰিলে গুৱালী পলুৰ ংগা থাকে থান। অসংখ্যাত বেংগচতা দেখি বিদ্যমান' (পদ ৭৮৩) কথাখিনি শ্ৰীধৰী ভাৱাৰ্থ দীপিকাৰ আলোকত বৰ্ণিত হলেও স্থানীয় বৰণৰ চিত্ৰণ স্ফুট কৰা টান।

ৰাসলীলা অধ্যায়ত শংকৰদেৱৰ মৌলিকতা অধিক পৰিস্ফুট। শ্ৰীকৃষ্ণৰ মোহন মুৰলী ধ্বনি শ্ৰৱণ কৰি গোপীসকল আপোনপাহৰা হোৱাৰ বৰ্ণনা মূলত মাত্ৰ তিনিটা শ্লোকত বিবৃত হৈছে। (১০।২৯।৫-৭) মহাপুৰুষে তাকে ২৮টা পদাত বৰ্ণনা কৰিছে। (পদ ১১ ১৪ ১০) তদুপৰি 'পিন্ধয় পাৱত নিয়া বস্ত্ৰ কংকনক পৰা "মাৰ্গত মুকুট আৰৈ কংকালত হাৰ" (পদ ১২১৮-১২১৯) লৈকে এইছোৱা বৰ্ণনা মূল কিংবা টীকাৰ দ্বাৰা সমৰ্থিত নহয়। কিয়নো মূলৰ "ব্যত্যস্ত বস্ত্ৰা ভৰণা" অংশৰ টীকা শ্ৰীধৰে দিছে এনেদৰে—"বিপৰ্যয়ং প্ৰাপ্তানি বস্ত্ৰ ভৰণানি।" দ্বিতীয়তে আমি গোপীসকলক লৈ শ্ৰীকৃষ্ণই ৰূপালী যমুনাৰ দাঁতিত কৰা ৰাসক্ৰীড়ালৈ আহোঁ। মূল বা টীকাত বহু গোপিনীৰ কথা কলেও পাচে কোনো গোপীৰ নামোল্লেখ নাই। এনেক্ষেত্ৰত শংকৰদেৱে 'অনেক সহস্ৰ গোপী ৰূপ অনুপাম। শুনা তাসম্বৰ মুখ্য মুখ্য কিছো নাম।' (পদ ১১৭০) বুলি ৮৫ জনী গোপীৰ নামোল্লেখ কৰাটো মনকৰিবলগীয়া। মূল ভাগৱতত শুক মুখ নিসৃত ৰাসলীলাৰ বৰ্ণনা মাত্ৰ দুটি শ্লোকত বিন্যস্ত। (১০।২৯ ৩৭—৪০) অসমীয়া কবিয়ে এই লীলাবৰ্ণনা বিতংকৈ দিয়াৰ উপৰি ভক্তিৰ গৰিমাও প্ৰচাৰ কৰিছে। (পদ ১২৯০—৯২) শ্ৰীকৃষ্ণ অন্তৰ্ধান হোৱাৰ পাচত বিৰহ বিধুৰা গোপীসকলে ৰাজহংসী, চাকৈ

ককরাক, কৃপণতী, কুজি আদিক সম্বোধন কৰি প্ৰিয়ৰ বতৰা লোৱা বৰ্ণনাৰো মূল আৰু টীকাই সমৰ্থন নকৰে।

শংখচূড় বধৰ কাহিনী মূলত মাত্ৰ নটি শ্লোকত (১০।৩৪।২৬-৩২) বৰ্ণিত হৈছে। অসমীয়া দশমত ই বিস্তৃতি লাভ [illegible] দেখা যায়। (পদ ১৫৮৯—৯২) শংখচূড়ে কৃষ্ণৰ আগত পলোৱাৰ প্ৰসংগত থকা 'বাঘৰ আগত যেন লৰড়য় ছাগ। তেখনে যক্ষক যেদি পাইল লাগ' নাইবা অসুৰ বধৰ প্ৰসংগত থকা 'মৰি [illegible] যেন অগ্নিত পতংগ' প্ৰভৃতি উপমা অসমীয়া কবিৰ [illegible]। অসুৰ নিধনৰ পাচত গোপীসকলে আনন্দতে কৃষ্ণৰ বাহুত ধৰিছে বহাঁ, 'অনেক বিজয় কতো মলচিয়া থাম, 'কংকালত [illegible] কতো মৰ্দয় চৰণ আদিৰো মূল বিচাৰি পোৱা নাযায়।

ৰাম-কৃষ্ণক লৈ অক্ৰূৰে মথুৰ'ল যাত্ৰা কৰা অধ্যায়টি মহাপুৰুষে মূলৰ অনুৰণত ৰচনা কৰিলেও মূলৰ অনেক জটিল কথা চমুৱাই পেলাইছে। আসন্ন বিচ্ছেদ বেদনাত ম্ৰিয়মান হৈ গোপীসকলে অক্ৰূৰৰ কথা মনলৈ অহাত কৈছে:

> মৈত্ত বিধস্যাককণস্য নাম ভূদক্ৰূৰ ইত্যতদতীৱ দাৰুণ।
> মোহসাৱনাশ্বাস্য সুহৃত্থিতং জনং প্ৰিয়াৎ প্ৰিয়ং নেষ্যতি পাৰমধ্বন ॥ ১০।৩৯।২৬

'ভাগৱত- ভাৱাৰ্থ দীপিকাত আছে—এবা বিধা বিধানং কৰ্ম্ম যস্য অতএব নিৰূপস্য অক্ৰূৰ ইতি শোভনং নাম মাভূৎ এবা শ্ৰীকৃষ্ণ হৰণৰূপা বিধা বিধানং কৰ্ম যস্য অতএব। ককণস্য অক্ৰূৰ ইতি শোভনং নাম মা ভূৎ ' শংকৰদেৱে ইয়াৰ চমু অথচ অৰ্থব্যঞ্জক অনুবাদ কৰিছে এনদৰে—

> কৈৰ ধূমকেতু আসি পৰিল ব্ৰজত।
> আমাৰ প্ৰাণক কাটি নেই নিদাৰুণ।
> ইহাৰ অক্ৰূৰ নাম কৈলা কিবা গুণ। পদ ১৭৭৯

গোপী উদ্ধৱ সংবাদটি দশমৰ এটি মনোৰম অধ্যায়। কবিয়ে এই অধ্যায়টি ৰচনা কৰোঁতে মূলতকৈ শ্ৰীধৰী টীকাৰ ওপৰত অধিক নিৰ্ভৰশীল হৈ পৰিছে। কৃষ্ণৰ বিৰহত গোপীসকলে কান্দি কাটি হলধুল কৰাৰ বি বৰ্ণনা শংকৰদেৱে দিছে—তাক মূল অথবা

টীকাত বিচাৰি পোৱা টান। শ্ৰীকৃষ্ণৰ বচন সন্দেশ লৈ উদ্ধৱে গোকুললৈ যাত্ৰা কৰাৰ সন্দৰ্ভত মূলত আছে—'শুকে ক'লে হে মহাৰাজ পৰীক্ষিত, উদ্ধৱে সাদৰেৰে ভগৱান শ্ৰীকৃষ্ণৰ বচন-সন্দেশ লৈ ৰথত উঠি নন্দৰ ব্ৰজলৈ গমন কৰিলে। (১০।৪৬।৭) শ্ৰীধৰে টীকাত লিখিছে 'সন্দেশং ভৱতীনাং বিয়োগো যে নহি সৰ্বাত্মনা কচিদিত্যাদিকম্।' শংকৰৰ উদ্ধৱে কিন্তু শ্ৰীকৃষ্ণক স্তুতি কৰি, সাতবাৰ প্ৰদক্ষিণেৰে হৃদয় পদ্মত শ্ৰীকৃষ্ণৰ ছবিখনি ধাৰণ কৰিছে ব্ৰজলৈ যাত্ৰা কৰিছে। নন্দ যশোদাক উদ্ধৱে দিয়া প্ৰবোধ-বাণীৰ ইংগিতো মূল বহিৰ্ভূত।

ভ্ৰমৰগীত কেইটি শংকৰদেৱে শ্ৰীধৰৰ অনুকৰণত ৰচিলেও আলোচক সকলে তাৰ মাজতেই কবিৰ সৃজনী প্ৰতিভাৰ স্বাক্ষৰ দেখিবলৈ পাইছে। (৬) দৃষ্টান্ত স্বৰূপে 'হেনবা বুজিবা কিয বোলা হেন বাণী। কৰিলন্ত কৃষ্ণে তোমাসাৰ কিবা হানি॥ কৃষ্ণৰ দূতচেষ্টা বন্ধু মধুকৰ শুণ। কৃষ্ণৰ সমান নাই পুৰুষ নিৰ্গুণ (পদ ২১৪৮) নাইবা 'এতিমত্ত আতি প্ৰেমভাৱে হুয়া মত্ত। চেতন নাহিকৈ একো গোপীৰ গাৱত।' অথবা 'তোমাসাক স্মৰি মাধৱৰ স্বস্থ নাই। তেবেসে আমাক ঐত দিলন্ত পঠাই' প্ৰভৃতি শংকৰ দৱৰ আপোন সৃষ্টি। গোপীসকলৰ চিত্ত-দ্ৰৱিত কৰুণ ক্ৰন্দনধ্বনিও মূল আৰু টীকাই সমৰ্থন নিদিয়ে। (পদ ২২২৫—৩১) এনেকৈয়ে গ্ৰহণ-বৰ্জন ৰীতি লৈ মহাপুৰুষে আদ্য দশমৰ ৪৭ অধ্যায়লৈ অনুবাদ কৰি অসমীয়া সাহিত্যত এখনি বিৰল স্থান লাভ কৰিছে।

দশম মহাপুৰুষ শংকৰদেৱৰ এখনি সৰ্বাধিক জনপ্ৰিয় পুথি। ভক্তি তত্ত্বৰ অনাবিল প্ৰকাশ আৰু ভগৱান শ্ৰীকৃষ্ণৰ কৈশোৰ, তথা যৌৱনৰ প্ৰাণময় লীলামাধুৰ্যৰ কলাত্মক ৰূপায়নেই ইয়াৰ জনপ্ৰিয়তাৰ একমাত্ৰ হেতু নহয়, চিত্ৰধৰ্মী বৰ্ণনা ভাষাৰ জতুৱা ঠাচঁ আৰু অসমীয়া প্ৰবাদ-প্ৰবচন প্ৰভৃতিৰ সংযোজনাইহে 'দশম'ক জনপ্ৰিয়তাৰ তুৰীয় মাৰ্গলৈ উত্তৰণ কৰিছে। দশমৰ ভাষা পুৰণি অসমীয়া। কীৰ্তনৰ লগত দশমৰ ভাষাৰ মূলগত ঐক্য বিৰাজমান। অৱশ্যে গেয় সাহিত্যৰ অন্তৰ্ভুক্ত কীৰ্তনৰ ভাষাত প্ৰাপ্ত ক্ষিপ্ৰতা আৰু দৃঢ়তা 'পাঠ'ৰ উপযোগী দশমত নাপালেও ইয়াত পাওঁ অসমীয়া জতুৱা ঠাচৰ পৰ্যাপ্ত প্ৰয়োগ ভাব আৰু বৰ্ণনাৰ জড়তা ভাঙিবলৈ

(৬) M Neog—Sankaradeva and His Times pp 158-59

কবিয়ে সাধাৰণ বৰ্ণনাৰ ক্ষেত্ৰত পদ আৰু ছুলৰী, ক্ৰন্দন আৰু নাৰীৰ বিলাপৰ স্থানত ছবি আৰু যুদ্ধ-বিগ্ৰহাদিৰ বৰ্ণনাত ক্ষিপ্ৰ ঝুমুৰী ছন্দৰ প্ৰয়োগ ঘটাইছে।

অঘাসুৰ, প্ৰলম্বাসুৰ, অৰিষ্টাসুৰ, কেশী, ব্যোমাসুৰ, পুতনা আদিৰ দেহৰ বৰ্ণনা আৰু সমৰ-সজ্জাত কবিয়ে দক্ষতাৰ পৰিচয় দিব পাৰিছে। বীৰ-ৰসৰ বৰ্ণনাত সিদ্ধহস্ত কবিয়ে কৃষ্ণ বিৰহত আকুল হোৱা গোপীসকলৰ অৱস্থা বৰ্ণাই পাঠকৰ চকু আত্ৰ-কৰিব পৰাটো গৌৰৱৰ কথা। ভগবান শ্ৰীকৃষ্ণৰ ভুবন মোহন ৰূপৰ আভিনি আঁকই ভক্তৰ প্ৰাণত তোলে পুলকৰ জোৱাৰ।

বৈয়াকৰণিক ভাষাতাত্ত্বিক সকলেও 'দশম'ৰ বুকুত ব্যাকৰণ আৰু ভাষাতত্ত্বৰ ভাণ্ডৰিনি সমল বিচাৰি পায়। দৃষ্টান্ত স্বৰূপে আৰম্ভিলা (প° ১২৮), আলিংগিলা প° ২৮৮), উৎসৰ্গিল (প° ১১৭৫), ক্ৰীড়িলা (প° ৫৮২), নিৰখিলা (প° ৩৮০), প্ৰৱেশিলা (প° ১২৯১), প্ৰবোধিলা (প° ২১১২), বঞ্চাইবে (প° ৯০) আদিক নাম ধাতু, (ক) কিল-কিল (প° ৭৩০), ঘনে ঘনে (প° ৬৯১), পিব পিব (প° ৬৯৪), চিওি ছিওি (প° ৬৯৪) হৰ-হৰ (প° ১০৫৩), দিনেদিনে (প° ১১৮৩) (খ) অস্ত্ৰ-শস্ত্ৰ (প° ১৭৩৩) আথে বেথে (প° ৮৯৭), আলে জালে (প° ৯২০) ধাস্ত বেস্ত (প° ৯৫৭), কট মট (প° ১৪২৮), কুজি মুজি (প° ১৪৬১), খল-পলি (প° ১৮৮৬), ঝুমা ঝুমি (প° ৬৯৮), ঝক-মক (প° ৫১) ঝৰ ঝৰি (প° ৮৯৩) ঝিলি-মিলি (প° ১০৭৮), টলবল (প° ১৭৭১), দড়দড়ি (প° ৭৫০) মকমকি (প° ৬১৯), লোটালুটি (প° ২২৬), লুণ্ডিঘুণ্ডি (প° ১৯৩), সৰসৰি (প° ৬৩১), সিংকাটিংকা (প° ২০৫), হুলফুল (প°৭৮৭), হুমাহুমি (প°১১৩৭), হাতাহাতি (প°১৫২০), হাবাসাম্বি (প° ৬৯৫) (গ) আন্জৰা-আজুৰি (প° ৫৫৭), আশ্চাৰ্য-অদ্ভুত (প° ৩২৫) আন্দালা আন্দুলি (প° ৬৭৮), ইকাছি সিকাছি (প° ১৭১৮), ঝুলুকা ঝুলুসি (প° ৫৪৮), তৰ্জন-গৰ্জন (প° ১৮১৮), হেন্দোলা- হান্দাপি (প° ৭২০) প্ৰভৃতি ধ্বন্যাত্মক বা যুৰীয়া শব্দৰ বিৱনীত্মল দশমৰ বিশেষত্ব।

অসমীয়া প্ৰবাদ—প্ৰবচনৰ সংযোজন দশমৰ জনপ্ৰিয়তাৰ আন এটা কাৰণ এই প্ৰবাদ-প্ৰবচনৰ জগতে বিভিন্ন উপমাৰ উজ্জ্বল চিত্ৰই তৎকালীন অসমীয়া জনবিশ্বাসৰ নিশক গোচৰ লোৱায়।

নিদৰ্শনস্বৰূপ, জগনিৰ অংশে প্ৰকাশিবে চাৱে বেন জুয়ে কিবিকতি

(প০ ৪৯৩), অমৃত সাগৰ পাই কোনে খাৰ খাই। (প০ ১২৯১), অমৃতক তেজি যেন মৰে বিষ পানে। তেজি সোনা সনিয়াত পাছি মাৰে তানে (প০ ১০৩২), আজি মৃত্যু হৌক দুহি শতেক অন্তৰে, অৱশ্যে মৰণ আছে সবে জগতৰে। (প০ ২৮) ওলম্বিল কাণ যেন শগুণৰ পাখি, শুকান পুখুৰী যেন পেট আছে খালি (প০ ১৭২৮), চক্ৰৱৰ্তী পদ এৰি মৰে হালবাই, গংগা জল এৰি কলোৱানী পানী খাই (প০ ১৮৩২), দুৰন্ত কালৰ হাত নেবাই একো-মতে, তনু উপজাস্তে মৃত্যু উপজৈ লগতে (প০ ৪৮৫) তাৰ অ হৈ দাম্ভ যেন নাংগলৰ ঈশ (প০ ১৮৯, নাহিকে চেতন কাল অজগৰ গিলে। ধনজন জীৱন যাইবেক এক তিলে॥ (প০ ৪৮), যেন জোঁক তৃণ পাইলে এড়ে আউৰ তৃণ, জীৱন মৰণ স্বপ্ন এৰে দুহি ভিন (প০ ২৯), বেতিকণ কালসৰে বুঢ়াসবো দাম্ভ তবৈ এৰে একে দিনে ধনেজন। (প০ ৫৯৩), যেন যৈছে মন তৈতে চাৰি বান্ধে যদি, সাগৰত তথাপিতো বহিংবে নদী(প০ ৫৯৩), যেন ধনী বিহ্বল ধনক হেৰুৱাই, ধনকে সে চিন্তে ভাত পানীকো নখাই॥ (প০ ১৪৫০) সমস্ত ব্যাধিক হৰে তথাপি চিতনি মৰে, যেনৰোগী কোচক্ৰে আযুধি (প০ ৫৫৩), সাগৰৰ আগে ক্ষুদ্ৰ নদী কৰে চটি, বাঢ়য় অগ্নিৰ আগে যেন ফিৰিঙতি, প্ৰচণ্ড বায়ুক জোড়ে শিমলুৰ তুলা, মেৰু পৰ্বতৰ আগে যেন জুইচুলা। (প০ ৪৫৩) মাসোলৰ আগ দণ্ডিকাৰ উড়-কালি, সিংহৰ আগে যেন মৃখে মেলেটালি। (প০৪৫৩) স্বভাৱৰ চঞ্চল স্ত্ৰী আৰো পাইলে নাই, ঈশ্বৰ কৃষ্ণক তাইৰ অন্যগনো নাই। (প০ ১৩৭৭) সিংহৰ আগত হৰিণৰ আটাইটাই, এখনে লগাইবো তোৰ কুটবনি ঠাই (প০ ১৬৪১), হাত তৰি পৰি আছৈ যেন বাজআলি, শুকান পুখুৰী যেন পট আছৈ খালি আদিলৈ আঙুলিয়াব পাৰি।

দশমত থকা বিভিন্ন শব্দালংকাৰ আক অৰ্থালংকাৰৰ প্ৰাচুৰ্যয়ো একশ্ৰেণী পাঠকক আনন্দ প্ৰদান নকৰা নহয়। পুথি খনিত অনুপ্ৰাস (প০ ১৩৫৫), অৰ্থান্তৰন্যাস (প০ ৩৯) অনুমান (প০ ১৬২২) উল্লেখ) (প০ ১৭৮২-৮৪), উপমা (প০ ১৭১৮), পৰিকৰ (প০ ১৩২০), পৰিবৃত্তি (প০ ১৭৬১) প্ৰতিবস্তূপমা (প০ ৭৯৬০) প্ৰতীয়মানা (প০ ১২১০), বিষম (প০ ৩৬), বিভাবনা (প০ ৪০১) ভ্ৰান্তি (প০ ৮৫৬)

ৰূপক (প০ ১৬২৩), স্বভাৱোক্তি (প০ ২৫০ ৫২) শ্লেষ (প০ ২০৭০-৭১) প্ৰভৃতি অলংকাৰৰ সুপ্ৰয়োগ লক্ষ্য কৰিবলগীয়া।

এনেদৰে দেখা যায় যে মহাপুৰুষ শংকৰদেৱৰ 'আদ্য-দশম' এখনি অনূদিত গ্ৰন্থ হ'লেও ইয়াত ভুৰুকি পতা বিভিন্ন লৌকিক আৰু সাহিত্যিক সৌন্দৰ্যই ইয়াক এখনি অনন্য গ্ৰন্থ ৰূপে থিয় কৰাবলৈ সুবিধা দিছে। (৭)

## ঝ নিমি নৱসিদ্ধ সংবাদ

মহাপুৰুষে একাদশস্কন্ধ ভাগৱতৰ দ্বিতীয় তৃতীয়, চতুৰ্থ আৰু পঞ্চম অধ্যায় লৈ 'নৱসিদ্ধসংবাদ' নাম দি স্বকীয়াকৈ ৰচনা কৰে। ৪২৭টি পদত সম্পূৰ্ণ হোৱা এই পুথিখনিত বিদেহ ৰাজ নিমি আৰু ঋষভ পুত্ৰ, আধ্যাত্মবিদ্যাত পাৰদৰ্শী কবি, হবি, অন্তৰিক্ষ, প্ৰবুদ্ধ, পিপ্পলায়ন, আবিৰ্হোত্ৰ, দ্ৰুমিল, চমস আৰু কৰভাজন—এই নৱসিদ্ধৰ আধ্যাত্ম সাধনাৰ কথোপকথন বিবৃত হৈছে। নিমিৰ যজ্ঞলৈ অহা নৱসিদ্ধক ৰজাই যথাবিহিত সেৱা সৎকাৰ কৰি অনুৰোধ জনাই কয়, যি ধৰ্মৰ দ্বাৰা ভগৱান বিষ্ণু সন্তুষ্ট হৈ শৰণাগত ভক্তক আত্মস্বৰূপ দান কৰে, সেই ধৰ্মটি শ্ৰৱণযোগ্য হ'লে আপোনালোকে কীৰ্তন কৰক।'

নিমিৰাজৰ কথা শুনি নৱসিদ্ধই যথাক্ৰমে (ক) পৰম উপাস্য পুৰুষ শ্ৰীকৃষ্ণৰ উপাসনা (পদ ৪২-৭৭), (খ) ভক্তই আচৰণ কৰিব লগা ভাগৱত ধৰ্ম (পদ ৭৮-১০৩) (গ) মায়া আৰু তাৰ পৰা নিষ্কৃতিৰ উপায় (পদ ১০৭-১২৮) (ঘ) মায়াপৰক অতিক্ৰমিবলৈ একমাত্ৰ ভক্তিৰ প্ৰয়োজনীয়তা (পদ ১২৯-১৭০) (ঙ) ব্ৰহ্মাৰূপৰ বৰ্ণ

---

(৭) প্ৰবন্ধত উদ্ধৃত সংস্কৃত শ্লোকমালা স্বামী বনমালী দাস আৰু নৃসিংহ বসু সম্পাদিত (১০৪৮) শ্ৰীমদ্ভাগৱতম দশমস্কন্ধৰ পৰা লোৱা। ড° নবীন চন্দ্ৰ শৰ্মা সম্পাদিত আদি ছোৱা দশমৰো (১৯৭৫) একাধিক স্থানত সহায় লোৱা হৈছে।

(পদ ১৭৬-২০৩), (চ) চতুৰাশ্ৰমত আচৰণীয় কৰ্মযোগ (পদ ২০৪ ২২৯) (ছ) বিভিন্ন অৱতাৰ (পদ ২৩০ ২৩৬) (জ) ভক্তি বিৰোধী সকলৰ দুৰাৱস্থা (পদ ৩১৭-৩৬৪) আৰু (ঝ) বিভিন্ন যুগত আচৰণীয় পদ্ধতিত নাম ধৰ্মৰ শ্ৰেষ্ঠত্বৰ (পদ ৩৬৫ ৪১৮) বিষয়ে তত্ত্বমূলক আলোচনা আগবঢ়ায়। মূলভাগৱতৰ কথাখিনি গভীৰ তাত্ত্বৰে পূৰ্ণ। তেনে তত্ত্ব পূৰ্ণ কথাৰ অসমীয়া ৰূপান্তৰত ভাষাৰ জুতুৱাঠাচ বিচাৰি যোৱাটো বৃথা। তথাপি অসমীয়া কবিজনাই ৰচনাশৈলী পাযমানে সৰল কৰাৰ প্ৰযত্ন লগাগিবলগীয়া। নিদৰ্শনৰূপে ভাগৱত ধৰ্মৰ বিষয়ে কৰা অনুবাদ চাওক—'নিত্য নৈমিত্তিক যত জাতি ধৰ্ম আশ্ৰমৰ যত কৰ্ম। কৃষ্ণত অৰ্পিলে জানা সিয়ো হোৱে মহাভাগৱত ধৰ্ম।' (পদ ৫৪) বিভিন্ন ভকতৰ বিভিন্ন শ্ৰেণী বিভাজনো চাবলগীয়া— (ক) ঈশ্বৰত দেখে যিটো সমস্তে প্ৰাণীত/প্ৰাণী সমস্তাতো দেখে ঈশ্বৰ মূৰ্তিক/সমস্তে ঐশ্বৰ্য ব্যাপি আছে জগতত/হেন যিটো দেখে সিটো মহাভাগৱত॥ (পদ ৮০) (খ) অজ্ঞক কৰুণা ক্ষমা কৰে বিপক্ষত/ সেহিজন জানিবা মধ্যমধ্যম ভাগৱত। (পদ ৮১) (গ) একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক/সহিজন জানিবাহা প্ৰাকৃত ভকত (পদ ৮২) (ঘ) নকৰে আক্ৰোশ দ্বেষ নাহিকে মনত/সেহিজন জানিবা উত্তম ভাগৱত। (পদ ৮৫) (ঙ) ঈশ্বৰৰ ধ্যান মাত্ৰ ৰৱন্ধু সতত/ছাৰিবা নৃপতি সিটো পৰম ভকত। (পদ ৮৬) (চ) হৰিৰ চৰণ মনে নচৰে সতত/সেহিজন জানিবা উত্তম ভাগৱত॥

হৰি ভকতিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিবলৈ বিচৰা কবিয়ে য'তেই অৱণ শুকুৱা পাইছে ত'তেই উপমা অলংকাৰৰ প্ৰয়োগেৰে নিজৰমতক অধিক স্পষ্ট কৰিবলৈ বিচৰাটো কুশলহস্তৰ পৰিচায়ক। উদাহৰণ হিচাবে 'কাঁচৰ কাৰণে যেন তেজয় মাণিক/জানি সাধু জনে যত্নে ভজিয়ো হৰিক॥ (পদ ৩২৩) নাইবা 'নাথাকৈ আন্ধাৰ যৈত সূৰ্যৰ প্ৰকাশ/বহ্নিত পৰিলে যেন তৃণ হোৱে নাশ। সেহিমতে পাতক নচাপে সন্নিহিত/ তৈলা মহাহৰি যাৰ হিয়াত বিদিত॥' আদিলৈ আঙুলিয়ালেই যথেষ্ট হ'ব। তত্ত্ব পধুৰ ৰচনা হিচাবে শংকৰদেৱৰ 'নিমিনৱসিদ্ধ সংবাদ'ৰ বৈশিষ্টক কোনোৱেই অস্বীকাৰ কৰিব নোৱাৰে

## ৫০. শ্ৰীশংকৰ ভাগৱত

মহাপুৰুষে সংস্কৃত ভাগৱত পুৰাণৰ ভালেকেইটা স্কন্ধৰ অনুবাদকৰ্মত বিষয়বস্তু বাচক শিৰোনাম দি পাঠকক মনত ৰখাৰ সুযোগ দিলেও আন কেইটামান স্কন্ধৰ অনুবাদত কোনোধৰণৰ শিৰোনাম দিয়া নাই। শিৰোনাম বিহীন স্কন্ধ সমূহকে আমি আলোচনাৰ সুবিধাৰ কাৰণে শ্ৰীশংকৰ-ভাগৱত আখ্যা দিছো। (১) প্ৰথম, দ্বিতীয় নৱম একাদশ আৰু দ্বাদশস্কন্ধ ভাগৱত ইয়াৰ অন্তৰ্ভুক্ত। জন বিশ্বাস মতে, গুৰুজনাই ভাগৱতৰ প্ৰায়কেইটা স্কন্ধৰ অনুবাদ পাটবাউসীত সম্পন্ন কৰে। দ্বিতীয় আৰু দ্বাদশস্কন্ধ ভাগৱত কবিৰ বৃদ্ধাৱস্থাৰ সাহিত্যকৰ্ম যেন অনুমান হয়। (২) একাদশ স্কন্ধ ভাগৱতৰ অনুবাদত কবিৰ জ্ঞাতেই প্ৰথম আৰু দ্বিতীয় স্কন্ধ ভাগৱতৰ উপাৰি হৰিবংশত্ৰয়া আত্ম প্ৰকাশ কৰাটো মনকৰিবলগীয়া। (৩) এই স্কন্ধটিৰ অনুবাদ সম্পৰ্কে গুৰু চৰিত বোৰত বিভিন্ন আমোদজনক কাহিনীৰ সংযোজন লক্ষ্য কৰোঁ। (৪)

মূল প্ৰথম স্কন্ধ ভাগৱতৰ উনৈশটা অধ্যায়ত মুঠতে ৮০৬টা শ্লোক আছে। অসমীয়া অনুবাদ মুঠে ৪২০টি পদত সমাপ্ত কৰিব লগীয়া হোৱাত মূলৰ ভালেখিনি প্ৰসংগ পৰিহাৰ কৰিব লগাটো স্বাভাৱিক। মূলৰ আৰম্ভণি শ্লোকত্ৰয় জটিল দাৰ্শনিক তত্ত্বৰে পূৰ্ণ হোৱা গুণে অসমীয়া কবিয়ে তাৰ পৰিবৰ্তে সহজ-সাধা পদেৰে বিষয়বস্তুৰ

---

(১) এই আখ্যা দিয়া অৱজয়তে সাহিত্যৰত্ন দত্তবৰুৱা ভাণ্ডাৰীয়াই।

(২) মই অতি জড় গাটা কথা ৰৱ তুমি সি চৈতন্য হৰি। ২।৬৮০ পদ,
জড়া ৰোগে পীড়ে পৰৈ কেতিক্ষণ কায়া। ১২।৪৪৭ পদ

(৩) যিবা গুৰুভাৱত আনো শাস্ত্ৰ মত ভিন্ন আনি ঠাই ঠাই। তাক
নিনিন্দিবা বিচাৰি দেখিবা শাস্ত্ৰ পুৰাণৰে চাই। পদ ৮৪০

(৪) মহেশ্বৰ নেওগ—শ্ৰীশ্ৰীশংকৰদেৱ পিষ্ঠা—১১৫—১৬

সৈতে পাঠকক পৰিচয় কৰাই দিছে। এই স্কন্ধত বৰ্ণিত আন আন বিষয় সমূহ হ'ল—ব্যাস-নাৰদ সংবাদ, নাৰদৰ পূৰ্বজন্মকথন, অশ্বত্থামাৰ শিৰোমণি ছেদন, শ্ৰীকৃষ্ণৰ দ্বাৰকা গমন, পৰীক্ষিতৰ জন্ম বৃত্তান্ত, ধৃতৰাষ্ট্ৰৰ সংসাৰ ত্যাগ, পৃথিৱী আৰু ধৰ্মৰ কথোপকোথন, পৰীক্ষিতৰ কলি নিগ্ৰহ আৰু পৰীক্ষিতৰ ওচৰলৈ শুকদেৱৰ আগমন। কৃষ্ণ মাহাত্ম্য প্ৰকাশক নিজস্ব ভণিতা এটিৰে প্ৰথম স্কন্ধৰ সামৰণি পৰিছে।

৩৯২টা শ্লোকত বিন্যস্ত দহোটা অধ্যায় যুক্ত দ্বিতীয় স্কন্ধ ভাগৱত খনি মহাপুৰুষে মাত্ৰ ২৬১টা পদত শেষ কৰিছে। ইয়াত আছে ভাগৱত মহ'ধৰ্ম সৃষ্টি বৰ্ণনা, বিৰাট পুৰুষৰ ঐশ্বৰ্য আৰু বিভূতি ভগৱানৰ লীলা অৱতাৰ আৰু ভাগৱত সম্পৰ্কে পৰীক্ষিতৰ প্ৰশ্নোত্তৰ ৰূপে শুকদেৱৰ ব্যাখ্যা।

আদ্য দশমৰ অনুবাদত বিশেষ কৃতকাৰ্যতা দেখোৱা শংকৰদেৱে দশম স্কন্ধৰ ৮১-৮৫ অধ্যায় কেইটি 'কুৰুক্ষেত্ৰ' শিৰোনামেৰে সুকীয়াকৈ ৬০২টা পদত ছন্দোবদ্ধ কৰে। এই পুথি খনিত দ্বাৰকাবাসী সকলৰ সৈতে কুৰুক্ষেত্ৰ গমন নন্দ যশোদা আৰু গোপী সকলৰ লগত শ্ৰীকৃষ্ণ বলোৰামৰ মিলন দ্ৰৌপদীৰ প্ৰশ্নত কৃষ্ণ মহিষী সকলৰ নিজ নিজ বিবাহ বৰ্ণন বসুদেৱৰ শ্ৰীকৃষ্ণ স্তুতি ৰাম-কৃষ্ণৰ ওচৰত দৈৱকীৰ মৃত পুত্ৰ অনাৰ প্ৰাৰ্থনা আৰু ৰাম কৃষ্ণ-দৈৱকীৰ পুত্ৰ আনয়নৰ কাহিনী বিবৃত হৈছে।

মূল একাদশ স্কন্ধ ভাগৱত খনি ১৪৫৯টা শ্লোক বিশিষ্ট আৰু ই একত্ৰিশটা অধ্যায়ত পৰিপূৰ্ণ শংকৰদেৱে ইয়াক সম্পূৰ্ণ কৰিছে ৮৪৬টা পদত। ইয়াৰ বিষয়বস্তু বোৰ হ'ল—শ্ৰীকৃষ্ণৰ যদুবংশ ধ্বংসৰ ইচ্ছা, ঋষি শাপ, দেৱকুলৰ দ্বাৰা কৃষ্ণস্তুতি, শ্ৰীকৃষ্ণ-উদ্ধৱ সংবাদ, শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, অৰ্জুন-উদ্ধৱ বিষাদ আৰু বিদুৰৰ মৈত্ৰেয় ঋষিৰ আশ্ৰমলৈ গমন।

তেৰটা অধ্যায়ত মুঠ ৩৬৩টা শ্লোকত পূৰ্ণ হোৱা সংস্কৃত দ্বাদশস্কন্ধ ভাগৱতৰ অসমীয়া অনুবাদ সম্পন্ন হৈছে ৫৩৮টা পদত। ইয়াত চন্দ্ৰবংশৰ বিৱৰণ, কলিৰ ধৰ্মকথন, যুগধৰ্মৰ কথা, পৰমাৰ্থ নিৰ্ণয়, পৰীক্ষিতৰ ব্ৰহ্মজ্ঞান লাভ, নাৰায়ণৰ স্তৱ বৰ্ণন, মাৰ্কণ্ডেয়ৰ শিৱ পাৰ্ব্বতী দৰ্শন, ভাগৱতৰ সংক্ষিপ্ত বৰ্ণনা, ভাগৱতৰ তাৎপৰ্য আৰু গ্ৰন্থ সমাপ্তিৰ কথা বিবৃত হৈছে।

জ্ঞান আৰু কৰ্ম যোগতকৈ যে কলিকালত ভক্তিয়ে শ্ৰেষ্ঠ (৫) আৰু নৱবিধা ভক্তিৰ ভিতৰত শ্ৰৱণ-কীৰ্তনে শ্ৰেষ্ঠতৰ (৬) তাক প্ৰতিপন্ন কৰাৰ প্ৰযত্ন শ্ৰীশংকৰ ভাগৱতৰ সৰ্বত্ৰ বিৰাজমান। প্ৰতিটো স্কন্ধত সংযোজিত কবিৰ দাৰ্শনীয় ভণিতাবোৰত এই ভাৱটোৱে বিভিন্ন ৰূপত প্ৰকাশিত হৈছে। ইয়াৰ উপৰি ধন, জন, জীৱন, যৌৱন কোনোটোৱেই যে স্থায়ী নহয় (৭) পুণ্যতীৰ্থ ভাৰতভূমিত ভৃদিনীয়া নৰতনু পোৱা প্ৰত্যেকজন ব্যক্তিয়ে যে হৰি নামৰ শ্ৰৱণ কীৰ্তনৰ দ্বাৰা মোক্ষপথৰ সন্ধান পাব লাগে, (৮) দুৰ্ঘোৰ কলিকালত যে এক বিষ্ণুৰ নাম-কীৰ্তনত বাহিৰে আন দেৱ-দেৱীৰ পূজা অসাৰ (৯) তাৰো বহুতো ধাৰণা ভণিতাবোৰত মূৰ্তিমান হৈ পৰাটো লক্ষণীয় কথা।

## ট. গুণমালা

পুৰুষোত্তম ঠাকুৰৰ 'গুৰু গুণমালা'ত আছে—

ৰাজা বুলিলন্ত বাহুৱ স্কন্ধক কৰি বাক্য এক দিয়োক প্ৰত্যেক।
শংকৰ আসিলা বাহুস্কন্ধ চাইলা কৃষ্ণ গুণমালা নিবন্ধ কৰিলা॥

আনহাতে 'বৰদোৱা চৰিত'ত পাওঁ—'দুৰ্গতি তৰিণি' 'গুণচিন্তামণি' খনৰ প্ৰথম কীৰ্তনটি বাদ দি অৱশিষ্ট আঠাই কেইটি কীৰ্তন

---

(৫) জ্ঞানীতো কৰ্মীতো কৰি ভকতেসে শ্ৰেষ্ঠ হৈয়া আছে। (১৭৫ পদ),
(৬) নাহি আন ধৰ্ম হৰি কীৰ্তনত কৰি (২।৪২৩ পদ) সৰ্ব ধৰ্ম নাম মুখে সংসাৰক তাৰি সুখে সি দি পাইলে বৈকুণ্ঠ তত্ত্ব (১৪২০ পদ),
(৭) ধন জন যত পুত্ৰ পৰিবাৰ ই সৱ বিষ সমান। এহিৰূপে আছে এহি ক্ষণে নাই টাটেক নাটেক মায়া। (১/২১৬ পদ) গোপনৰ মিত্ৰি সব বন্ধু ধনজন। জল বুদ বুদ যেন অথিৰ জীৱন। (১২।১০৪ পদ)
(৮) ভাৰত ভূমিত অতি দুৰ্লভ মনুষ্য জন্ম আৰো বিশেষত কলিকাল। হৰিৰ নামক মাত্ৰ জিহ্বায়ে বুলিবে লাগে এতেকে পাপৰ দুৰাচাৰ। (১২।২৩৪ পদ) (৯) অন্য দেৱীদেৱ একবিৱাসেৰ নখাইবা প্ৰসাদ তাৰ। মূৰ্তিকো নচাইবা গৃহে নপশিবা ভক্তি হৈবো ব্যভিচাৰ। (২।৪৪৫ পদ)

বৰদোৱাত ৰচি গামৌৰ কোনোবা, এজন সতানন্দ বা দেৱীদাসক গাৱলৈ দিয়ে। পাচত মহাৰাজ নৰনাৰায়ণ ৰাজসভাৰ পণ্ডিত সকলক যেতিয়া হাতী মাৰি ভুককাত ভৰাগলৈ ক'লে, তেতিয়া গুৰুজনে 'গুণমালা'ৰ প্ৰথম কীৰ্তনটি ৰচি পূৰ্বলিখিত কীৰ্তনকেইটাও বাতিটোৰ ভিতৰতে নকল কৰি পাচ দিনা তাকে মহাৰাজলৈ আগবঢ়ায়।

'গুণমালা'ৰ প্ৰথম কীৰ্তনটি হল ভূমিভাৰ হৰণৰ হেতু শ্ৰীকৃষ্ণৰূপে ধৰাতলত অৱতীৰ্ণ হোৱা নাৰায়ণৰ বন্দনাগীতি। সূতাৰে পুষ্পমালা গ্ৰথিত কৰাৰ দৰে কবিয়েও কুসুমমালা ছন্দ সূত্ৰেৰে শ্ৰীকৃষ্ণৰ গুণাৱলী অভিনৱ ৰূপত গাথি গৈছে। চেলুলায়ডৰ ছবিৰ দৰে কবি বৰ্ণিত চিত্ৰৰাজি আমাৰ চকুৰ আগেদি কেনে ক্ষিপ্ৰ গতিত আগবাঢি যায় তাক লক্ষ্যকৰিবলগীয়া—বালিকো দমিলা পুতনা শুষিলা। দেৱকো তুষিলা ব্ৰজকে ভূষিলা। কেশী বৎস বক সমস্তে দৈত্যক। লগাইলা চমক ডকাইলা যমক॥' (পদ ৭-৮) অধ্যায়টিৰ শেষা শত বৰ্ণিত হৈছে বিষ্ণুৰ দশাৱতাৰৰ ৰূপ (ধৰি বাৰে বাৰ দশ অৱতাৰ। পৃথিবীৰ ভাৰ খণ্ডিলা অপাৰ।' পদ ৪৩) দ্বিতীয় কীৰ্তনৰূপৰা আৰম্ভ হৈছে—শ্ৰীকৃষ্ণৰ প্ৰাৰ্থিৱ লীলা মালা। ইন্দ্ৰৰ দৰ্পচূৰ্ণৰ দৃশ্যৰে পাতনি তৰা দ্বিতীয়টি কীৰ্তন সমাপ্ত হৈছে চাণুৰ মুষ্টিক নিধন লীলাত। কংসবধৰ ইংগিতেৰে আৰম্ভকৰা তৃতীয় কীৰ্তনৰ পৰিসমাপ্তি—কাশী নৃপতিৰ শিৰোচ্ছেদনত। চতুৰ্থ কীৰ্তনৰ আৰম্ভণিত আছে, উষা পৰিণয়ৰ কথা আৰু শেষত আছে দশম সমাপ্তিৰ বাণী। অন্তিম কীৰ্তনটি শ্ৰীকৃষ্ণৰ মহাপ্ৰয়াণ সম্বলিত।

৩৭৮টি পদত সমাপ্ত হোৱা 'গুণমালা' পুথিখনৰ মূল উদ্দেশ্য বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰা—'মাধৱেহে পিতা মাধৱেহে মাতা। মাধৱেহে ধাতা। মাধৱেহে দাতা॥ (পদ ২৯২) কলিকালত যে জ্ঞানতকৈ ভক্তি শ্ৰেষ্ঠ (জ্ঞানত কৰ্মত কৰি সাৰ তত্ব ভকতি যি মত কৰিলো বেকত। পদ ৩২০), কলি যুগত যে ভক্তিহে মুক্তিৰ একমাত্ৰ পথ (মুকুতিত ৰস ভকতি সৰ্বস। পদ ৩০২), সিও স্পষ্ট ভাষাত বিবৃত হোৱাত আৰু তাত ৰন্ধাৰ সময় খিনিৰ ভিতৰত ইয়াক গাই শেষ কৰিব পৰা গুণ অসমীয়া সমাজত ইয়াৰ জনপ্ৰিয়তা আজিও অক্ষুন্ন আছে।

## ঠ° উত্তৰাকাণ্ড ৰামায়ণ

অনন্ত কন্দলিয়ে প্ৰাক্ বৈষ্ণৱ যুগৰ কবি মাধৱকন্দলিৰ ৰামায়ণখনি 'ঢাকি তুচকৈ শুচাবৰ মন' দিয়াত শংকৰদেৱে নিজে উত্তৰাকাণ্ডৰ অনুবাদ কৰি মাধৱদেৱৰ হতুৱাই আদিকাণ্ড ৰচনা কৰাই প্ৰতিটো অধ্যায়ৰ শেষত ভক্তি-উপদেশৰ আঁচুফুল দি মাধৱকন্দলিক নৱ বৈষ্ণৱ ধৰ্মৰ বেদীত প্ৰতিষ্ঠা কৰাৰ সংবাদ 'কথা গুৰু চৰিত'ত বিবৃত হৈছে (১) মাধৱকন্দলিৰ সৈতে শংকৰদেৱৰ কাব্য প্ৰণয়ন বৃত্তি এক নহয়। পাচৰ জনৰ কাব্যসৃষ্টিৰ মূলতে আছে ধৰ্ম্ম প্ৰচাৰৰ আকুতি। আদিকাব্য ৰামায়ণৰ বিভিন্ন কাণ্ডৰ অনুবাদ কৰ্মত মাধৱকন্দলিয়ে প্ৰদৰ্শোৱা পাৰদৰ্শিতা শংকৰদেৱে তেওঁৰ উত্তৰাকাণ্ডত পৰিস্ফুট কৰিব নোৱাৰাৰ সম্পৰ্কত সদা সচেতন থাকিও প্ৰয়োজনৰ খাটিৰতহে ইয়াৰ অনুবাদ কৰ্মত হাত দিবলৈ বাধ্য হৈছিল। (২) শংকৰদেৱৰ উত্তৰাকাণ্ড বাল্মীকিৰ যথাযথ অনুবাদ নহয়। কবিৰ নিজৰ কথাৰেই 'কথাসাৰ'হে (পদ ৩) বাল্মীকিৰ বিষয় ক্ৰমৰ লগত শংকৰদেৱৰ বিষয় ক্ৰমক মিলালেই পাচৰজন কবিৰ ৰচনাৰ চুম্বক প্ৰতীয়মান হ'ব। (ক) বাল্মীকিৰ বিষয় ক্ৰম—অগস্ত্যমুনিৰ ৰামচন্দ্ৰৰ ৰাজসভালৈ আগমন, কুবেৰৰ উৎপত্তি, তপস্যা আৰু বৰপ্ৰাপ্তি, ৰাক্ষস বংশৰ বৰ্ণনা, ৰাৱণৰ জন্ম, তপস্যা আৰু ৰাৱণৰ প্ৰতি অভিশাপ, দেৱতাৰ লগত যুদ্ধ, শিৱৰ আৰাধনা, সীতাৰ অপবাদ, সীতাৰ বনবাস, ৰজা নৃগৰ কথা, বশিষ্ঠৰ কাহিনী, যযাতিৰ যৌৱন লাভ, চ্যৱন ঋষিৰ ৰামৰ ৰাজ-সভালৈ আগমন, লৱণ দৈত্যবধ, শত্ৰুঘ্নৰ ৰাজ্য অভিষেক, শত্ৰুঘ্নৰ

---

(১) কথা গুৰু চৰিত পিষ্ঠা ১১ (২) কৰ যোৰে বুধলোক বোলো কেনিলোক যোক আমাৰ অযোগ্য ইটো কৰ্ম্ম। পদত দূষণ পাই নিন্দিবেক পুৰুষ'ত মহন্ত জনৰ কথাৰ্থ (পদ ৩২২),

দ্বাৰা মথুৰাত নগৰ স্থাপন শ্ৰীৰামচন্দ্ৰৰ শম্বুক বধ ৰাম অগস্ত্য সংবাদ আৰু অশ্বমেধ যজ্ঞৰ পৰামৰ্শ, বৃত্ৰাসুৰ বধৰ প্ৰসংগ, ৰজা ইলৰ কাহিনী, ৰামৰ যজ্ঞলৈ বাল্মীকিৰ আগমন আৰু লৱ কুশৰ গান, সীতাৰ শপত গ্ৰহণ পাতাল প্ৰৱেশ প্ৰভৃতি (৩)

(খ) শংকৰদেৱৰ বিষয় সূচী— সীতাৰ বনবাস লৱ কুশৰ জন্ম, শ্ৰীৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞ লৱ কুশৰ ৰামায়ণ গান আৰু যজ্ঞত প্ৰৱেশ, লৱ কুশৰ পৰিচয় সীতাক আনিবলৈ হনুমানৰ গমন, সীতাক ৰামচন্দ্ৰৰ সভালৈ আনয়ন সীতাৰ ক্ৰোধ আৰু পাতাল প্ৰৱেশ, শ্ৰীৰামৰ পৃথিৱীৰ প্ৰতি ক্ৰোধ আৰু ব্ৰহ্মাৰ প্ৰবোধ দান, ভৰত আদিৰ পুত্ৰক ৰাজ্য দান, ৰামৰ চেৰেপে কালৰ আগমন, লক্ষ্মণ বৰ্জন, লৱ কুশৰ ৰাজ্যাভিষেক আৰু ৰাম চন্দ্ৰৰ লক্ষ্মণ অন্বেষণ, লক্ষ্মণৰ শৱদাহন আৰু শ্ৰীৰামৰ স্বৰ্গগমন।

শংকৰদেৱে মূল কাহিনী ভাগ ঠিকে ৰাখি আনুসংগিক উপকাহিনীবোৰ প্ৰায়ে পৰিহাৰ কৰিছে নহলেবা এটা বা দুটা শাৰীৰ ভিতৰেদি তাৰ একোটি আভাস দিছে। মূল ৰামায়ণৰ উত্তৰাকাণ্ডৰ ৪৫ অধ্যায়ৰ পৰা মহাপুৰুষে অনুবাদৰ পাতনি তুলিলেও ৯৮ অধ্যায়ৰ (অশ্বমেধ যজ্ঞ) অগ্ৰৱৰ্তী অধ্যায়বোৰ একেবাৰে চমু। দৃষ্টান্ত স্বৰূপে ৰজা নৃগৰ কথা (৫৫-৫৬ অধ্যায়), নিমি আৰু যযাতিৰ কাহিনী (৫৭-৬১ অধ্যায়), সাৰামেয় আৰু ব্ৰাহ্মণৰ কথা (৬২-৬৩ অধ্যায়), শত্ৰুঘ্নৰ দ্বাৰা লৱণ নিধন (৬৪ ৭৫) ৰামৰ দ্বাৰা শম্বুক বধ (৬৫ ৭৫ অধ্যায়) ৰ কাহিনী কৱিয়ে স্বেচ্ছাই অনুবাদ কৰা নাই লৱ কুশৰ গানৰ প্ৰসংগত কৱিয়ে প্ৰথমৰ পৰা পঞ্চাশ অধ্যায়ৰ কথা বস্তুক চুম্বকৈ পৰিবেশন কৰা প্ৰযত্ন লক্ষ্য কৰিবলগীয়া। উত্তৰাকাণ্ড ৰামায়ণত শোকৰ মন্দাকিনী ধাৰা প্ৰবাহিত হৈছে—উত্তাল গতিত। অসমীয়া কৱিয়ে সেই শোকৰ ধ্বনিক যথাযথ ভাবেই ভাষান্তৰ কৰিছে। জগত জনক শ্ৰীৰাম-চন্দ্ৰতকৈ সীতাদেৱীৰ চৰিত্ৰ চিত্ৰণত কৱিয়ে অধিক গুৰুত্ব দিয়াটো অসমীয়া উত্তৰাকাণ্ড ৰামায়ণৰ আন এটি লক্ষণীয় কথা। (৪)

---

(৩) বাপ চন্দ্ৰ মহন্ত—মহাপুৰুষ শংকৰদেৱ—পিঠি ১৫৭

(৪) সবিশেষৰ কাৰণে উপেন্দ্ৰ নাথ লেখাৰুৰ 'অসমীয়া ৰামায়ণী' সাহিত্য দ্ৰষ্টব্য।

## ॥ শংকৰদেৱৰ সংস্কৃত ৰচনাৰ পৰিচয় ॥

অসামান্য প্ৰতিভাৰ আকৰ মহাপুৰুষ শংকৰদেৱৰ সৃজনীশীল কাপেদি অসমীয়া ব্ৰজাবলী আৰু সংস্কৃত -এই তিনিওটা ভাষাৰ বাবেবৰীয়া লেখাই আত্মপ্ৰকাশ কৰাটো সমগ্ৰ অসমবাসীৰ বাবেই এটি গৌৰৱৰ কথা। অৱশ্যে অসমীয়াৰ তুলনাত দেৱভাষা সংস্কৃতত ৰচা লেখাৰ সংখ্যা তাকৰেই সীমিত। তোটক ছন্দত ৰচনা কৰা বিষ্ণু কৃষ্ণৰ মনোৰম এটি স্তোত্ৰ অংকাৱলীৰ অন্তৰ্গত প্ৰায় নকুৰি কাব্যিক সৌন্দৰ্য-দীপ্ত শ্লোকমালা আৰু ভক্তি-ৰত্নাকৰৰ আমুখ শ্লোকেই মহাপুৰুষৰ মৌলিক সংস্কৃত সাহিত্য সম্ভাৰ। আনহাতে দেৱভাষাতেই সংকলন কৰা "ভক্তি-ৰত্নাকৰ"তো গুৰুজনাৰ পৰিষ্কাৰ পাণ্ডিত্য আৰু বিশ্লেষণী মনোবৃত্তিৰ বহুল নিদৰ্শন দেখিবলৈ পাওঁ। পণ্ডিত সকলক বিভিন্ন বৈষ্ণৱী গ্ৰন্থৰ শ্লোকৰ উদ্ধৃতিৰে ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন আৰু ভক্তি সাধনাৰ ভিন্ন পথৰ স্বৰূপ নিৰ্ণয়ৰ কাৰণে মহাপুৰুষে এই গ্ৰন্থখনিৰ সংকলন কৰ্মত প্ৰবৃত্ত হৈছিল। বিষ্ণুপুৰী সন্যাসীৰ "ভক্তি-ৰত্নাৱলী"ৰ লগত মহাপুৰুষৰ "ভক্তি ৰত্নাকৰ"ৰ উদ্দেশ্য আৰু প্ৰণালীৰ সুমিতি মনকৰিবলগীয়া। শংকৰদেৱৰ 'ভক্তি ৰত্নাকৰ' খনি প্ৰায় ৩৮টা অধ্যায় বিশিষ্ট আৰু ৫৬৪টা শ্লোকত পৰিপূৰ্ণ। ইয়াত ভাগৱত পুৰাণৰ ৪৩৭টা, বৃহন্নাৰদীয় পুৰাণৰ ২৭টা, ভগৱৎগীতাৰ ১০টা, শ্ৰীধৰ স্বামীৰ ভাৱাৰ্থ দীপিকাৰ ২২টা, বৈষ্ণৱানন্দ লহৰীৰ ১২টা নৃসিংহ পুৰাণৰ ৬টা, বিষ্ণু পুৰাণৰ ৮টা, পাণ্ডৱী গীতাৰ ২টা, মৎস্যপুৰাণৰ ৩টা, কূৰ্ম পুৰাণৰ ১টা, বিষ্ণু ধৰ্মোত্তৰৰ ১টা, ব্ৰহ্মাণ্ড পুৰাণৰ ১টা, বামন পুৰাণৰ ১টা, শংকৰাচাৰ্যৰ ভুজংগ প্ৰয়াতৰ ২টা, প্ৰবোধ চন্দ্ৰোদয় নাটৰ ১টা, শিহলন মিশ্ৰকৃত শান্তি শতকৰ ৬টা, যোগসাৰৰ ৬টা, আন আন পুৰাণৰ ৬টা আৰু পুৰাণ ভিন্ন আন

গ্ৰন্থৰ ৭টা শ্লোক পোৱা যায়। (১) কামৰূপ অনুসন্ধান সমিতিৰ গ্ৰন্থাগাৰত ৰক্ষিত পুথিৰ শেষৰ ফালে মোহ মুদগৰ, ভাগৱত পুৰাণ, আৰু পদ্ম পুৰাণৰ কিছু সংখ্যক শ্লোকৰ সংযোজন দেখা পাওঁ। কমলাবাৰী সত্ৰত থকা অপ্ৰকাশিত সাঁচিপতীয়া 'ভক্তি-ৰত্নাকৰ' পুথিত ছপা তাত্তৰণত নথকা কেইটামান অধ্যায় আছে আৰু সেইকেইটাত সাত্বত তন্ত্ৰ, স্কন্দ পুৰাণ, শিৱ পুৰাণ, চূড়ামণি, কৌমাৰতন্ত্ৰ, ভৱিষ্য পুৰাণ আদিৰ পৰা শ্লোক চয়ন কৰা হৈছে। (২)

'ভক্তি-ৰত্নাকৰ'ৰ বিভিন্ন অধ্যায়ত আলোচিত বিষয়বস্তুৰ ক্ৰম এনেধৰণৰ: ভক্তি-জ্ঞানপ্ৰদ গুৰুৰ মাহাত্ম্য (৫টা শ্লোক), নৃদেহ মাহাত্ম্য (১২টা শ্লোক), সৎসংগ মাহাত্ম্য (১৪টা শ্লোক), সন্তৰ লক্ষণ (১০টা শ্লোক), পৰম গতিপ্ৰদ ভজনীয় পৰম দেৱতাৰ মাহাত্ম্য (৪০টা শ্লোক), পৰম দেৱতা শ্ৰীকৃষ্ণৰ গুণকৰ্ম নামৰ শ্ৰৱণ মাহাত্ম্য (৫১টা শ্লোক), হৰিনাম কীৰ্তন মাহাত্ম্য (৬০টা শ্লোক) শ্ৰীহৰিৰ স্মৰণ মাহাত্ম্য (২১টা শ্লোক) কৃষ্ণাৰ্চন মাহাত্ম্য (৯টা শ্লোক), ভগৱদ ভক্তি যোগ নিৰূপণ (৩৬টা শ্লোক), উত্তমা ভক্তি নিৰূপণ (১১টা শ্লোক), অনুৰাগ ভক্তি নিৰূপণ (১২টা শ্লোক), নিৰ্গুণ ভক্তি নিৰূপণ (৭টা শ্লোক) সপ্ৰেম ভক্তি (৮টা শ্লোক সগুণ নিৰ্গুণভেদে জ্ঞানাদিৰ চতুৰ্বিধাত। (৯টা শ্লোক)। উত্তম ভক্ত লক্ষণ (২০টা শ্লোক), মধ্যম ভক্ত লক্ষণ (৬টা শ্লোক), প্ৰাকৃত ভক্ত লক্ষণ (৮টা শ্লোক) আচাৰ ভ্ৰষ্ট ভক্ত মাহাত্ম্য (১৮টা শ্লোক) ভগৱদ্ভক্তি প্ৰাৰ্থনাদি নিৰূপণ (১৮টা শ্লোক) কলিৰ পৰম ধৰ্ম নিৰূপণ (২৮টা শ্লোক) জীৱাত্মা পৰমাত্মা ভেদ (১০টা শ্লোক), হৰি ভক্তি বিহীন পৰম জ্ঞানীৰ নিন্দা (৩৯টা শ্লোক), ভগৱদ্ভক্ত দ্বেষি সকলৰ গতি (৭টা শ্লোক), ভক্ত সকলৰ অংগ প্ৰশংসা (৬টা শ্লোক) ভক্ত সকলৰ জন্ম কৰ্ম প্ৰশংসা (৯টা শ্লোক) হৰি ভক্তি হীন পৰম অজ্ঞানী সকলৰ জন্ম কৰ্ম-গতি যোগাদিৰ নিন্দা (২৬টা শ্লোক), বৃথা কথা কথনত দোষ (১১টা শ্লোক), অভক্ত সকলৰ

(১) M Neog—Sankaradeva and His Times PP 209—12
কৃষ্ণ নাৰায়ণ প্ৰসাদ 'মাগধ'—শংকৰদেৱ, সাহিত্যকাৰ আৰু বিচাৰক
পিঠি—২৮

(২) ৰাণ চন্দ্ৰ মহন্ত—মহাপুৰুষ শংকৰদেৱ, পিঠি—১৫৩

অংগ নিন্দা (৫টা শ্লোক), প্ৰবৃত্তিমাৰ্গৰ নিন্দা (৬টা শ্লোক) স্বৰ্গাদিসুখনিন্দা (৭টা শ্লোক), ভাৰত-ভূ প্ৰশংসা নিৰূপণ (৯টা শ্লোক) প্ৰায়শ্চিত্ত নিন্দা (৭টা শ্লোক), ব্ৰহ্মলোকাদি পৰ্য্যন্ত অনিত্য দেখি ঈশ্বৰ জ্ঞান (১১টা শ্লোক), মায়া তাৰণৰ উপায় (৭টা শ্লোক) শ্ৰীভাগৱতৰ মাহাত্ম্য কথন (২১টা শ্লোক) যম নিয়ম কথন (১২টা শ্লোক) দশবিধা ভক্তিৰ কথা (১২টা শ্লোক) বৰপেটাবাৰী সত্ৰত সংৰক্ষিত সাঁচিপতীয়া পুথিত নিম্নোক্ত উপৰক্তি অধ্যায় কেইটি পোৱা যায়— (ক) ভগৱদ ভক্ত পদ ৰেণু মাহাত্ম্য (১৫ টা শ্লোক), (খ) শ্ৰৱণ (৩টা শ্লোক), (গ) ভক্তিৰ বৈভৱ (১৩ টা শ্লোক), (ঘ) অৰ্পণা আৰু (ঙ) পূজা প্ৰকাৰ (২০ টা শ্লোক)।

ভক্তি-ৰত্নাকৰৰ একাধিক অধ্যায়ৰ মাজেদি নাৰায়ণ শ্ৰীকৃষ্ণই যে একমাত্ৰ পূজনীয় তাক সুন্দৰকৈ বিশ্লেষণ কৰি দেখুৱাইছে। (৩) কলিকালত জ্ঞান আৰু কৰ্মতকৈ ভক্তি পথহে প্ৰশস্ত। ভাগৱত পুৰাণত নৱবিধা ভক্তিৰ কথা বিবৃত হৈছে—শ্ৰৱণ, কীৰ্তন, স্মৰণ, অৰ্চন, পাদ সেৱন দাস্য, সখ্য, বন্দন আৰু দেহ অৰ্পণ, (৪) মহাপুৰুষে ইয়াৰে প্ৰথম চাৰি বিধৰহে ব্যাখ্যা ত প্ৰবৃত্ত হৈছে আৰু তাৰো প্ৰথম দুবিধকহে (শ্ৰৱণ আৰু কীৰ্তন) সৰ্বোৎকৃষ্ট ৰূপে যুক্তি প্ৰদৰ্শাইছে। (৫)

ভক্তিক গুৰুজনাই আন প্ৰকাৰে বিভাজন কৰিছে এনেদৰে উত্তমা ভক্তি, (৬) অন্তৰংগা ভক্তি, (৭) নিগুৰ্ণা ভক্তি (৮) আৰু সপ্ৰেমাভক্তি (৯) ভক্তিৰ দৰে ভকতৰো শ্ৰেণী চাৰিটা— উত্তম (১০) মধ্যম (১১) প্ৰাকৃত (১২) আৰু আচাৰভ্ৰষ্ট (১৩) অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ চতুৰ্বস্তু নাম, দেৱ, গুৰু আৰু ভকতৰ স্বৰূপ নিৰ্ণয়ৰ প্ৰচেষ্টা ভক্তি ৰত্নাকৰত বৰ্তমান। অসমীয়া কবিৰ সংকলিত গ্ৰন্থ হিচাবে 'ভক্তি ৰত্নাকৰ'ৰ গুৰুত্ব ভালেখিনি। এই গ্ৰন্থৰ আদৰ্শৰ অনুকৰণতে ভট্টদেৱে 'ভক্তি-বিবেক' সংকলন কৰে। বাসুদেৱ

(৩) ভক্তি-ৰত্নাকৰৰ পঞ্চম আৰু সপ্তম অধ্যায় চাওক (৪) ভাগৱত ৭।৫।২৩ (৫) ভক্তি-ৰত্নাকৰৰ ৬—৯ অধ্যায় দ্ৰষ্টব্য (৬) একাদশ অধ্যায় (৭) দ্বাদশ অধ্যায় (৮) ত্ৰয়োদশ অধ্যায় (৯) চতুৰ্দশ অধ্যায় (১০) ষোড়শ অধ্যায় (১১) সপ্তদশ অধ্যায় (১২) অষ্টাদশ অধ্যায় (১৩) ঊনবিংশ অধ্যায়

ঠাকুৰৰ 'ভক্তি ৰত্নাকৰৰ পদ ভাঙনি আৰু গোপাল চৰণ দ্বিজৰ দ্বাৰা প্ৰণীত ইয়াৰ কথা ভাঙনিৰ কথাও উল্লেখযোগ্য। মাধৱদেৱৰ 'ভক্তি ৰত্নাৱলী', ভাগৱত মিশ্ৰৰ সাত্বততন্ত্ৰ' নাইবা নৰোত্তম ঠাকুৰৰ 'ভক্তি প্ৰেমাৱলী'য় এই শ্ৰেণীৰ সাহিত্যৰ থূল সম্প্ৰসাৰণ ঘটোৱাটোও মন কৰিবলগীয়া।

## ॥ কীৰ্তনঘোষা ॥

অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ চাৰিপুথিৰ অন্তৰ্গত মহাপুৰুষ শংকৰদেৱৰ "কীৰ্তন" পুথিখনিক অসমৰ জাতি ধৰ্ম নিৰ্বিশেষে আদৰৰ চকুৰে নোচোৱা লোক নাই। পুথিখনি একুৰি সাতোটা খণ্ডত বিভাজিত। প্ৰতিটো খণ্ডত একো একোটি স্বয়ং সম্পূৰ্ণ কাহিনীয়ে দুইৰ পৰা বিশতাধিক কীৰ্তনৰ মাজেদি নিটোল ৰূপটি অংকন কৰি তুলিছে। পয়াৰ, দুলৰী ঝুমুৰি আৰু ছবি-ছন্দত চৰ্চিত কীৰ্তন ঘোষাৰ প্ৰতিটো কীৰ্তনৰেই ৰূপ দুটি—ঘোষা আৰু পদ। ধুবাৰ দৰে ঘোষা অংশটি পদৰ মাজে মাজে গোৱাৰ কালত পুনৰাবৃত্তি ঘটে। (১) ভগৱান শ্ৰীকৃষ্ণৰ বিভিন্ন লীলা কীৰ্তন কৰা পুথিখনিৰ নাম 'কীৰ্তন' ৰখাটো তাৎপৰ্যপূৰ্ণ। (২)

কীৰ্তন পুথিখনিৰ অধ্যায় সমূহ শংকৰদেৱে ভিন্ন সময়ত লিখি শেষ কৰাৰ সংবাদ চৰিত পুথি সমহত পাওঁ। প্ৰথমবাৰ তীৰ্থ পৰ্যটন কৰি আহি গুৰুজনা কিছুকাল বৰদোৱাত থাকোঁতে ত্ৰিহুটৰ জগদীশ মিশ্ৰ নামধেয় পণ্ডিত এজনে ঘৰ্মাদিষ্ট হৈ আহি শংকৰক শ্ৰীধৰ স্বামীৰ টীকা সম্বলিত সম্পূৰ্ণ ভাগৱত পুৰাণখনি পাঠকৰি

(১) B K Baruah—Sankaradeva Vaisnava Saint of Assam, Pp 18 (২) M Neog—Sankaradeva and His Times Pp 166

শুনোৱাৰ পাচতেই কীৰ্ত্তন ঘোষাৰ ৰচনা কৰ্মত কায়স্থ কবিজনা প্ৰবৃত্ত হোৱাৰ কথা দৈত্যাৰিয়ে দোহাৰিছে। (৩) হাজো, দক্ষিণকুল বৰপেটা, বৰনগৰ, কালজাৰ ভৱানীপুৰ আৰু আহোম ৰাজ্যত সিঁচৰিত হৈ থকা কীৰ্ত্তন ঘোষাৰ বিভিন্ন অধ্যায় সমূহ শংকৰদেৱৰ মহাপ্ৰয়াণৰ পাচত মাতুলৰ ইচ্ছানুযায়ী ৰামচৰণ ঠাকুৰে সংগ্ৰহ কৰি ১৫১৮ শকৰ জেঠমাহত মাধৱদেৱৰ হাতত সমাৰ্পণ কৰাৰ সংবাদো ৰামচৰণ আৰু দৈত্যাৰিয়ে দিবলৈ পাহৰা নাই। অৱশ্যে অপ্ৰয়োজন চৰিতকাৰৰ বৰ্ণনাত কিছু গৰমিল নথকা নহয়। দৈত্যাৰিৰ 'যৈত যিবা কথা থোৰ লাগে থৈছ বিচাৰি দেখিল পাছে' (পদ ১৫৮৭) কথাষাৰৰ ওপৰত নিৰ্ভৰ কৰি কোনো কোনোৱে কীৰ্ত্তনৰ বিষয়বস্তুৰ ক্ৰম শংকৰৰ দ্বাৰা কল্পিত বুলি ভাবে। ৰামচৰণৰ পূৰ্ব কল্পিত ক্ৰম মতে কীৰ্ত্তনখনি একেলগ কৰাত মাধৱদেৱে কোনো আপত্তি নকৰাকৈ তাতে সম্মতি জনায়। আনহাতে মাধৱপুৰুষে ৰামচৰণৰ সংকলিত পুথিখনি চাই 'আৰু এক থান কৰিবাক প্ৰতি পূৰ্বে মোৰ মন ভৈলা' কথাষাৰে কীৰ্ত্তনৰ বিষয়ক্ৰম কবিৰ দ্বাৰা কল্পিত বোলাত সেঁতাৰ বান্ধে।

ৰামচৰণে সংকলন কৰা 'কীৰ্ত্তনত সংকলকৰ হস্তকৰ্ম কিছু নথকা নহয়। দৃষ্টান্ত স্বৰূপে চতুৰ্বিংশতি অৱতাৰৰ আদিতে থকা সংস্কৃত শ্লোক দুটি মোমাইৰেকৰ আজ্ঞাতে ভাগৱতৰ পৰা চয়নকৰি মুখ বন্ধত সংস্থাপন কৰাৰ উপৰি ৰত্নাকৰকন্দলিৰ "সহস্ৰ নাম বৃত্তান্তৰ উপৰি মাধৱদেৱৰ ভণিতাযুক্ত 'ধ্যান বৰ্ণনা'ৰ কীৰ্ত্তনটিও অন্তৰ্ভুক্ত কৰে। কোনো কোনো সাঁচিপতীয়া কীৰ্ত্তন পুথিত ৰুক্মিণীৰ প্ৰেম কলহ আৰু ভৃগু পৰীক্ষা' শীৰ্ষক অধ্যায় দুটিৰ উপৰি শ্ৰীধৰ কন্দলিৰ 'ঘুনুচা কীৰ্ত্তনো' দেখা যায়। এইবোৰ যে পৰৱৰ্তী কালৰ সংযোজনা, তাত অকণো সন্দেহ নাই। 'ঘুনুচা কীৰ্ত্তন'ৰ কাব্যিক সৌন্দৰ্য ইমান নিম্নমানৰ যে, বেজবৰুৱাই তাক কীৰ্ত্তনৰ অন্তৰ্ভুক্তিতে আপত্তি দৰ্শাইছে। (৪)

ভক্তি-তত্ত্ব নিৰূপক গ্ৰন্থ হিচাবে কীৰ্ত্তন ঘোষাৰ এখনি সুকীয়া স্থান আছে। তত্ত্ব বা উপদেশ মূলক, কাহিনী কথন আৰু আবেগ-প্ৰকাশন ভক্তিকাব্যৰ এই ত্ৰিধাৰাৰ প্ৰথম ধাৰাৰ প্ৰতি

(৩) পদ ৯৩-৯৬ (৪) লক্ষ্মীনাথ বেজবৰুৱা— শংকৰদেৱ, পিঠি ৫৭

নিৰ্ধিষ্ট কৰে কীৰ্তন ঘোষাই। দুৰ্গাৰ কলিকালত জ্ঞান আৰু কৰ্মতকৈ ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদিত হৈছে— বিভিন্ন আখ্যান-উপখ্যানৰ মাজেৰে। (৫) জন্ম-জন্মান্তৰৰ কোনো সাধনা নোহোৱাকৈ একমাত্ৰ ভক্তিয়েহে মানুহক পৰমপদৰ সন্ধান দিব পাৰে। (৬) এই ভক্তিৰ ধাৰা নটি— 'শ্ৰৱণ কীৰ্তন স্মৰণ বিষ্ণুৰ অৰ্চন পদসেৱন। দাস্য সখিত্ব বন্দন বিষ্ণুত কৰিব দেহা অৰ্পণ'। ( প্ৰহ্লাদ চৰিত্ৰ ৩৪১ ) নৱবিধা ভক্তিৰ ভিতৰত শ্ৰৱণ কীৰ্তন হ'ল 'মহাশ্ৰেষ্ঠত্বৰ। (৭) কীৰ্তনৰ একাধিক আখ্যান উপাখ্যানৰ মাজেদি হৰিনাম শ্ৰৱণ কীৰ্তনৰ প্ৰসস্ততা মনোৰম ভাবে বৰ্ণিত হৈছে। ভক্তিৰ বলত ভক্তই মায়াৰ নিগ্ৰহ আৰু জন্ম মৃত্যুৰ হাত সাৰি নিগুণ ব্ৰহ্মত্ব প্ৰাপ্তিৰ কাৰণে যোগ্যতা অৰ্জন কৰাটো আন এটি তাৎপৰ্য পূৰ্ণ কথা। (৮) অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ চাৰি বস্তু — নাম, দেৱ, গুৰু আৰু ভকতৰ স্বৰূপ আৰু সিবোৰৰ ভিন্ন লক্ষণো পুথিখনিৰ বিভিন্ন আখ্যানৰ মাজেদি মূৰ্তিমান হোৱা দেখা যায়।

সচ্চিদানন্দ ব্ৰহ্ম স্বৰূপ নাৰায়ণৰ নামোপাষনাই কীৰ্তনৰ মূল কথা। নামোপাষনাৰ কাৰণে ভক্ত বৈষ্ণৱ সংগলাভ একান্ত প্ৰয়োজনীয়। (৯) কিয়নো দুৰ্জনৰ মুখেদি বিষ্ণু কথা শুনিলে তাৰ দ্বাৰা মুক্তিৰ পথ উন্মোচিত নহয়। ভগৱান শ্ৰীকৃষ্ণৰ পাদমূলত শৰণ নাইবা তেওঁৰ প্ৰসাদ পাবলৈ একান্ত ভাবে শ্ৰৱণ-কীৰ্তন কৰাই সকলো ভক্তিকাৰাৰ চৰম লক্ষ্য। কিয়নো শৰণ বিহীন ভক্তি কেঁচা মাটিৰ পাত্ৰত গাখীৰ থোৱাৰ দৰে অথলে যায়। ( সৰ্বমূলং কৃষ্ণপদ শৰণং পৰিকীৰ্তিতং। যদ্‌বিনা স্ৰৱতে ভক্তিৰাম ভাণ্ডাৎ পয়ো যথা॥ ) (১০) মহাপুৰুষৰ কীৰ্তনে এই লক্ষ্যৰ পৰা এখোজো আঁতৰি যোৱা নাই।

---

(৫) জ্ঞানতো কৰ্মতো কৰি সম্প্ৰতি। হৰি কীৰ্তনেসে পৰম গতি॥— পাষণ্ডমৰ্দন পদ ১০৩। তপ জপ যজ্ঞ দান সবে বিড়ম্বন। কেৱল ভক্তিত তুষ্ট হোৱন্ত নাৰায়ণ॥ প্ৰহ্লাদ চৰিত্ৰ পদ ৩৮ (৬) কুকুৰ খায় যেন স্নেহ গণে। সিও শুদ্ধ হোৱে হৰি কীৰ্তনে॥ পাষণ্ডমৰ্দন, পদ ১১৮ (৭) যদ্যপি ভকতি নৱবিধ মাধৱৰ। শ্ৰৱণ-কীৰ্তন তাতো মহাশ্ৰেষ্ঠতৰ। (৮) দেৱ মাধৱক ধ্যান কৰৈ থিৰে চিত্ত। থিতু ত প্ৰৱেশৈ যেন অগণিত ঘৃত। উৰেষা, পদ ২১২৪ (৯) প্ৰহ্লাদ চৰিত্ৰ পদ ৩৩৪ (১০) প্ৰহ্লাদ চৰিত্ৰ, পদ ৩৭৬

ভক্তিকাব্যত দ্বৈত কিংবা অদ্বৈত দৰ্শনৰ সাহচৰ্য সহজে জীণ যায়। অদ্বৈতবাদী শংকৰাচাৰ্যই এক ব্ৰহ্ম বিনে সমস্ত জগতকে অসত্য আৰু মায়াৰূপে ব্যাখ্যা কৰাৰ দৰে (ব্ৰহ্ম সত্য জগমিথ্যা জীৱ ব্ৰহ্মৈব নাপৰ) শংকৰদেৱেও স্পষ্ট ভাষাত কৈছে — 'তুমি পৰমাত্মা জগতৰ ঈশ এক। এক বস্তু নাহিকে তোমাৰ ব্যতিৰেক। তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ। সুবৰ্ণ কুণ্ডলে যেন নুহিকে অন্তৰ। (হৰমোহন, পদ ৫২০ ২১) মুকুট, কুণ্ডল আদি যেনেকৈ প্ৰকৃততে সোণহে, তেনেকৈ একমাত্ৰ ঈশ্বৰহে জগতৰ সত্যবস্তু— বাকী সকলো অসত্য। অসত্য জগতখন মায়াৰ আৱৰণ আৰু বিক্ষেপ শক্তিৰ বলত লোক চক্ষুত সত্যাৰূপ ধৰা দিয়। আচলতে জগতখন অসত্য— ব্ৰহ্মাইহে সৎচিৎ আৰু আনন্দৰ প্ৰতিভূ

মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ॥
চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন॥ ভৰেবা, ১১২০

তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসত্য॥ বেদস্তুতি, ১৩৩২

স্বৰূপাৰ্থত জীৱাত্মা আৰু পৰমাত্মাৰ পাৰ্থক্য নাই যদিও মায়াৰ উপৰিউক্ত প্ৰক্ৰিয়াৰ ফলত জীৱ ব্ৰহ্মৰ পৰা আতৰি আহি জন্ম মৃত্যুৰ চক্ৰত নিকাৰ ভুগি থাকে। সংসাৰ নিকাৰ ভুগাৰ পৰা পৰিত্ৰাণ পাব পাৰি— ঈশ্বৰত আত্ম সমৰ্পণৰ মাজেৰে। অৱতাৰবাদত শৰণাপন্ন শংকৰদেৱে সগুণ ঈশ্বৰৰ উপসনাৰ মাজেদি কেনেকৈ নিৰ্গুণ ব্ৰহ্মাৰ জ্ঞান লাভ কৰিব পাৰি তাৰো পথ নিৰ্দেশিত হৈছে কীৰ্ত্তনৰ মাজতেই।

ভক্তি-তত্ত্বজ্ঞাপক 'কীৰ্ত্তন'খনি সাহিত্য সৌষ্ঠৱৰ ফালৰ পৰাও অনুপম। ৰসৰাজ বেজবৰুৱাই ক'বৰ দৰে, 'ভাষাৰ লালিত্য, ছন্দৰ ঝংকাৰ, সুৰৰ লাৱণ্য, ভাবৰ মাধুৰ্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ

উচ্চতা আদিৰ সমষ্টিৰে শংকৰদেৱৰ কীৰ্তন ৰচিত ' (১১) কীৰ্তনৰ সাহিত্যিক সৌন্দৰ্য ৰাশি বৰ্ণনা কৰি শেষ কৰা টান। 'ই এটা চিত্ৰ-বিচিত্ৰ পখিলাৰ নিচিনা।' (১২) ভাব পৰিবৰ্তনৰ লগে লগে ছন্দসজ্জাৰ পৰিবৰ্তন— মহাকবি সকলৰ ৰচনাৰ এক বিৰল স্বাক্ষৰ। মহাপুৰুষ শংকৰদেৱৰ কীৰ্তনত ভাবানুযায়ী পদ, ছবি, ঝুমুৰী প্ৰভৃতি ছন্দসজ্জাৰ প্ৰয়োগ কৰাটো মন কৰিব লগীয়া। কম কথাৰে অধিক ভাব প্ৰকাশ কৰিব পৰাটো মহৎ সাহিত্যিকৰ অন্যতম গুণ বুলিব পাৰি। কীৰ্তনত বৰ্ণনাৰ পৰিমিতি বোধে আমাক মুগ্ধ কৰে। শৰৎ চন্দ্ৰ গোস্বামীয়ে ক'ব ধৰে দ্বাদশস্কন্ধ ভাগৱতৰ জানিবলগীয়া আটাইখিনি কথা— তাৰ উপৰি ব্ৰহ্মবৈবৰ্ত পুৰাণ আৰু বিষ্ণুপুৰাণৰ কথা কীৰ্তনত আউটি যেন গোটাকৰি থৈছে।" (১৩) বিভিন্ন সংস্কৃত গ্ৰন্থৰ পৰা বিষয়বস্তু আহৰণ কৰিলেও সিবোৰৰ অসমীয়া ৰূপদানত কবিৰ সৃষ্টিশীল মনে কাম নকৰা নহয়। অজামিল উপাখ্যানৰ বিষ্ণু পৰিষদ আৰু যমদূতৰ ৰূপবৰ্ণনা, প্ৰহ্লাদ চৰিত্ৰৰ বৈকুণ্ঠ বৰ্ণনা, প্ৰহ্লাদৰ নিৰ্মল ভক্তি, হিৰণ্যকশিপুৰ অগ্নি সম ক্ৰোধ আৰু নৰসিংহৰ ভয়াবহমূৰ্তি, গজেন্দ্ৰ উপাখ্যানৰ ত্ৰিকুট পৰ্বত আৰু ক্ষীৰ সাগৰৰ গ্ৰাফিক বৰ্ণনা, হৰমোহনৰ 'উপবনৰ বৰ্ণনাত লীলাময়ী নাৰীৰূপৰ মৌলিক সৃষ্টিশীল ৰূপায়ন, ৰাসক্ৰীড়াৰ কামকেলিৰ প্ৰতীকাত্মক বৰ্ণনা স্যমন্তক হৰণ, কংসবধ আৰু জৰাসন্ধৰ যুদ্ধত ওজঃগুণ সম্পন্ন চিত্ৰণ ৰীতি, ভগৱান শ্ৰীকৃষ্ণৰ ভিন্ন লীলাৰ আবেগ সঞ্চাৰীৰূপায়ন আৰু "বেদস্তুতি, বৈকুণ্ঠ প্ৰয়াণ আদিৰগুত তত্ত্বকথাৰ মনোৰম ব্যাখ্যাৰ প্ৰসাদগুণত" শংকৰদেৱৰ অসামান্য কবি প্ৰতিভাৰ অত্যুজ্জল চানেকি সংৰক্ষিত হৈছে।

জ্ঞাননাথ বৰা দেৱৰ ভাষাত 'কীৰ্তনত হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ, ক্ৰোধ-ক্ষমা আদিয়ে ভূমুৰি পাতিছে— ইয়াত নৱৰসৰ মিলন হৈছে। (১৪) দৃষ্টান্ত স্বৰূপে হৰমোহৰ ৰাসক্ৰীড়া আদিৰ চিত্ত-

(১১) বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পিঠি ১৫৮ (১২) জ্ঞান নাথ বৰা—পুৰণি অসমীয়া সাহিত্য (১৩) শৰৎচন্দ্ৰ গোস্বামী—ভাষণ (১৯৫৮) পিঠি ৯ (১৪) কীৰ্তন প্ৰবন্ধ দ্ৰষ্টব্য

প্ৰমাথী বৰ্ণনাৰ মাজতহি আদি বা শৃংগাৰ, হিৰণ্যকশিপু আৰু নৰসিংহৰ যুদ্ধ, কংসবধ, জৰাসন্ধৰ যুদ্ধ, কালযৱন বধ আদিৰ ভিতৰেদি বীৰৰস পুতনাৰ কাৰ্য-কলাপ, নৰসিংহৰ ভৈৰৱ মূৰ্ত্তি প্ৰভৃতিৰ বৰ্ণনাত ভয়ানক, ৰাসক্ৰীড়াত শ্ৰীকৃষ্ণৰ অন্তৰ্ধানৰ পাচত গোপী সকলৰ করুণ ক্ৰন্দন নাইবা শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ পাচত অক্ৰূৰৰ শোকবহ্নিত করুণ ৰস, হৰমোহনত যোগেশ্বৰ—মহেশ্বৰৰ অৱস্থা আৰু দামোদৰ শিশুৰ আখ্যানত হাস্যৰস, অজামিলৰ ব্যভিচাৰ আৰু পুতনাৰ কংসবৰ্ণনাত বীভৎস; নৰসিংহৰ আবিৰ্ভাৱ, নাৰদৰ কৃষ্ণ দৰ্শন আৰু কৃষ্ণৰ মুখৰ ভিতৰত যশোদাৰ বিশ্বৰূপ দৰ্শনত অদ্ভুত হিৰণ্যকশিপুৰ ক্ৰোধত ৰৌদ্ৰ আৰু কুঁজীৰ বাঞ্ছাপূৰণ, হৰমোহন, বলিছলন, কালিয়দমন আদি অধ্যায়ৰ মাজেদি বিমল শান্ত ৰসে একেভূমুক মাৰি ৰসগ্ৰাহীক আনন্দদানৰ সুযোগ দিছে।

বনিতামুখ দেখাত সুন্দৰ হ'লেও অলংকাৰ বিহীনা অৱস্থাত অশুৱনি দেখি। (১৫) কীৰ্ত্তনঘোষাত শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ প্ৰাচুৰ্যই সোণত সুৱগা চৰোৱাটো লক্ষণীয় কথা। ইয়াত উপমা (পদ ১৩৪৬) অনুপ্ৰাস (পঃ ১৭৭০), শ্লেষ (প ১৭৩৬), উল্লেখ (পং ১১৮৪) নিদৰ্শনা (পঃ ৭৪৬), অধিক, সাৰ (প ২২৫২) কাব্যলিংগ (পং ১২৮) পৰ্যায় (পঃ ২১১৪), অৰ্থাপত্তি (পং ১৫৩৪) প্ৰতীপ (প ৫৪১) ভ্ৰান্তিমান (পঃ ১৪৯৪) বিশেষোক্তি (পং ২২২), পৰিকৰ (পং ৮৫৯), সংসৃষ্টি (প ১৪০৮) উৎপ্ৰেক্ষা (প ২১৪০) আদি অলংকাৰৰ সীমাহীন প্ৰয়োগে কীৰ্ত্তনক অপূৰ্বকাব্য শ্ৰীপ্ৰদান কৰা দেখা যায়। তদুপৰি 'ইয়াৰ শব্দ বিন্যাসৰ পৰিপাটি গুণলৈ মন কৰিলে বিস্ময় নামানি নোৱাৰি।" (১৬)

কীৰ্ত্তনঘোষাৰ উপৰিউক্ত গুণৰাজিলৈ লক্ষ্যৰাখি কোনোকোনো সমালোচকে ইয়াক আনকি "মহাকাব্য" আখ্যা দিয়াও দেখা যায়। (১৭) অৱশ্যে মহাকাব্যত থকা সকলোখিনি লক্ষণ কীৰ্ত্তনত

(১৫) ন কান্তমপি নিৰ্ভূষং বিভাতি বনিতামুখম্— কাব্যালংকাৰ (১৬) ডিম্বেশ্বৰ নেওগ—অসমীয়া সাহিত্যৰ বুৰঞ্জী, পিঠি ৩৩০ (১৭) শৰৎ চন্দ্ৰ গোস্বামী—সাহিত্য সৌষ্ঠৱত কীৰ্ত্তন: অসম সাহিত্য সভাপত্ৰিকা, ৮ম বছৰ, ১ম সংখ্যা দ্ৰষ্টব্য

বিচাৰি পোৱাটান। দৃষ্টান্ত স্বৰূপ, ইয়াত মুখ্য নায়কৰ অভাৱ মন কৰিবলগীয়া। শ্ৰীকৃষ্ণৰ মাহাত্ম্যই কাব্যধ্বনি আচ্ছন্ন কৰি ৰাখিলেও এই চৰিত্ৰটিয়ে নায়কৰ শাৰী পূৰাবলৈ অসমৰ্থ। তদুপৰি কীৰ্তনত একক কাহিনীৰ প্ৰণালীবদ্ধ বিকাশ সাধনো চকুত নপৰে। হ'লেও সমগ্ৰ ভাৰতীয় সাহিত্য ক্ষেত্ৰত গীতা ভাগৱতৰ যি আদৰ নাইবা সমগ্ৰ উত্তৰ ভাৰতৰ হিন্দীভাষী অঞ্চলত তুলসী দাসৰ ৰামচৰিতমানসৰ যি অভূতপূৰ্ব জনপ্ৰিয়তা অসমত কীতন ঘোষাৰো তেনে আদৰ আৰু জনপ্ৰিয়তা আজিও বিদ্যমান। জ্ঞান নাথ বৰাই ক'বৰ দৰে 'কীৰ্তন অসমৰ মৌচাক। আজি চাৰিশ বছৰ হ'ল এই অমৃতৰ ভাণ্ডই অমৃত বিলাইছে। আমাৰ কি পৰম সৌভাগ্য, এই অমৃতৰ ভাণ্ড আজিও অক্ষয়।' (১৮)

১৮) জ্ঞান নাথ বৰাৰ—কীৰ্তন প্ৰবন্ধৰ পৰা। জিজ্ঞাসু পাঠকে গুৱাহাটীৰ লয়াৰ্চ বুকষ্টল, নিউবুকষ্টল আৰু যোৰহাটৰ ধৰ্ম সত্ৰ পুথিভঁৰালৰ পৰা প্ৰকাশিত 'কীৰ্তন আৰু নামঘোষা'ত সন্নিবিষ্ট যথাক্ৰমে ড° মহেশ্বৰ নেওগ, শ্ৰীতীৰ্থ নাথ শৰ্মা আৰু শ্ৰীনগেন শইকীয়া ৰচিত পাতনি এৰ পঢ়ি চাব পাৰে।

## ॥ শংকৰদেৱৰ নাট্যকলা ॥

অসমত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ অন্যতম মাধ্যম-ৰূপে নৃত্য গীত-বিশাৰদ মহাপুৰুষ শংকৰদেৱে মধ্যযুগীয় অসমীয়া (পুতলা নাচ, ঢুলীয়া ভাও আৰু ওজাপালি) আৰু আন অসমীয়া লৌকিক ৰংগানুষ্ঠান সমূহৰ বিভিন্ন কলা কৌশলৰ লগত সংস্কৃত নাট্যশাস্ত্ৰৰ নিয়ম নীতিৰ সংযোজনেৰে সৃষ্টি কৰা এক অংক বিশিষ্ট নাট্য-কলাকে অংকীয়া নাট আখ্যা দিয়া হয়। মহাপুৰুষৰ নিজৰ লেখাত নাট, নাটক আৰু যাত্ৰা শব্দৰ প্ৰয়োগ আছে (১) পৰৱৰ্তী চৰিত সাহিত্য সমূহতহে 'অংক' শব্দৰ অৱস্থিতি লক্ষ্য কৰোঁ।

সংস্কৃত 'নাট্য' শব্দৰ পৰা নাট শব্দৰ উদ্ভৱ হোৱা বুলি ক'লেও (২) কোনো কোনো পণ্ডিতৰ মতে 'নাট' শব্দৰ গুৰি হৈছে বৈদিক 'নৰ্ত্ত'। (৩) 'নাট্য' শব্দৰ পৰাই 'নাটয়' (অথবা 'নট' শব্দৰ পৰা নিজন্ত ধাতু) নামধাতুৰ উৎপত্তি— যাৰ অৰ্থ নাট কৰা— বিচিত্ৰ সজ্জা আৰু অংগি-ভংগি দেখুওৱা। এই ধাতুৰ পৰাই আন এদল পণ্ডিতে নাটক' শব্দৰ উৎপত্তিৰ ৰূপৰেখা আঁকিছে। (৪) পাছে 'নাট বা 'নাটক' শব্দটো দেৱভাষাৰ পৰা অসমীয়ালৈ বাগৰি আহিলেও সংস্কৃত নাটকৰ সৈতে অসমীয়া অংকীয়া নাটৰ পাৰ্থক্য ভালেখিনি। (৫)

'যাত্ৰা' শব্দই আদিতে ধৰ্মীয় শোভাযাত্ৰাক বুজাই কালক্ৰমত সি গীতিনাট্যক বুজাবলৈ লয়। E P Horrwitz এ কয় যে

---

(১) ৰুক্মিণী হৰণং নাম নাটকং মুক্তি সাধকম্—ৰু.হ.না. পিঠি—১, বালক বিজয় যো কৰাৱট নাট বা.বি.না. পিঠি—১৮, কালি দমন নাম লীলা যাত্ৰা কৌতুকে কৰব।— কা.দ.না., পিঠি—২, (২) সুকুমাৰ সেন—নট নাট্য নাটক (১৯৭২) পিঠি-৯ (৩) তীৰ্থনাথ শৰ্মা—শত পুষ্প (১৯৬৩) পিঠি-১১১ (৪) সুকুমাৰ সেন—প্ৰাগুক্ত গ্ৰন্থ, পিঠি-১১ (৫) Aspects of Early Assamese Literature (1953) pp 201

যাত্ৰাৰ প্ৰচলন বৈদিক যুগতে। (৬) পুৰাকালত ধৰ্মানুষ্ঠান নাইবা উৎসৱৰ লগত খাপ খোৱাকৈ কিছুমান লোকে নৃত্যৰ সহায়েৰে গীত গাইছিল। সেই গীতৰ মাজে মাজে আছিল সংলাপৰো প্ৰয়োগ। (৭) এই যাত্ৰা সমূহৰ পৰাই কালক্ৰমত দেশীয় ভাষা সমূহত বিভিন্ন ৰংগানুষ্ঠানে আত্মপ্ৰকাশ লাভ কৰা বুলি ড° ওঝাই দিয়া মন্তব্য স্মৰণযোগ্য। (৮) সময়ৰ অগ্ৰগতিৰ লগে লগে এই যাত্ৰা সমূহ শক্তি যাত্ৰা, শিৱ যাত্ৰা, ৰাম যাত্ৰা, কৃষ্ণ যাত্ৰা আদিকৈ ভিন্ন শাখাত বিভাজিত হয়। (৯) চতুৰ্দশ শতাব্দীৰ অন্তিম ভাগত উত্তৰ পূৰ্ব ভাৰতত যে কৃষ্ণ যাত্ৰাৰ বহুল প্ৰচাৰ হৈছিল— তাৰ সাক্ষ্য ইতিহাসে আমাক দিয়ে। বংগদেশত যাত্ৰা'ৰ চলতি নতুন নহয়। চৈতন্যদেৱ নিজেই একাধিক যাত্ৰাত অংশ গ্ৰহণ কৰাৰ প্ৰমাণ আছে। (১০) শংকৰদেৱৰ 'চিহ্ন যাত্ৰা'ই প্ৰথম অসমীয়া যাত্ৰা যদিও তাৰ লিখিত নিদৰ্শন অদ্যাপি উদ্ধাৰ হোৱা নাই।

চৰিত পুথিত প্ৰাপ্ত (১১) 'অংক' শব্দটি নিসন্দেহে সংস্কৃতৰ পৰা চয়ন কৰা। সংস্কৃত অংক বা উৎসৃষ্টিকাংকত অংক থাকে এটা— য'ত সাধাৰণ মানুহেই নায়ক হয় প্ৰধান ৰস হয় কৰুণ, নাৰীৰ বিলাপৰ বৰ্ণনা বেছিকৈ থাকে, কোনো প্ৰখ্যাত ইতিবৃত্তক নাট্যকাৰে নিজৰ বুদ্ধিৰ দ্বাৰা কল্পিত ঘটনা সংযোগ কৰি বিস্তৃত কৰি তোলে, সন্ধি বৃত্তি আৰু তৰ অংগ বিলাকৰ প্ৰয়োগ ভাণ ৰূপকৰ দৰে হয়, জয় পৰাজয়ৰ বৰ্ণনা বাগ্‌যুদ্ধ প্ৰদৰ্শন আৰু প্ৰচুৰভাবে নিৰ্বেদপূৰ্ণ বিলাপ থাকে সেইবিধ ৰূপকক উৎসৃষ্টিকাংক বোলে। (১২) অংকীয়া নাট এক অংক বিশিষ্ট হোৱাত বিনে আন বিষয়ৰ লগত সংস্কৃত অংকৰ কেনো সাদৃশ্য নাই।

(৬) Horrwitz E, P- The Indian Theatre (1912) pp 115 (৭) দশৰথ ওঝা হিন্দী নাটক উদ্ভৱ ঔৰ বিকাশ (তৃতীয় সং) পিঠি ৫২-৫৩ (৮) Keith—The Sanskrit Drama (1924) pp 16 (৯) দশৰথ ওঝা - প্ৰাগুক্ত গ্ৰন্থ পিঠি ৫৪ (১০) বংগদৰ্শন (ফাল্গুন ১২৮৯) বৃন্দাবন দাস--চৈতন্য ভাগৱত মধ্যম খণ্ড অষ্টাদশ অধ্যায় (১১) পাৰিজাত হেন নাম অংক যত অদ্ভুত কৰিলা শংকৰ বৈকুণ্ঠে পাছে। --ৰামচৰণ ঠাকুৰ (১২) বিশ্বনাথ কবিৰাজ- সাহিত্য দৰ্পণ ৬। ২৬১

## অংকীয়া নাটত বিভিন্ন প্ৰভাৱৰ ধাৰা :

ঋগ্বেদৰ যম আৰু যমী (১০।১০), ইন্দ্ৰাণী আৰু বৃষাকপি (১০।৮৬), পুৰুৰৱা আৰু উৰ্বশী (১০।৯৫), সৰমা আৰু পাণি (১০।১০৮) প্ৰভৃতি কথোপকথন সমৃদ্ধ সূক্ত, নৃত্য-গীত পূৰ্ণ মহাব্ৰত যজ্ঞ, সামগান আৰু পুৰাণ ভাৰতাদিৰ আবৃত্তিৰ পৰাই সংস্কৃত নাটক বিকশিত হোৱাৰ দৰে (১৩) পুৰাণ-ভাৰতাদিৰ আবৃত্তিৰ শকত সুঁতিটোৱে মহাপুৰুষক অংকীয়া নাট ৰচনাত কিমানখিনি প্ৰেৰণা যোগাইছিল সেইটো গৱেষণাৰ বিষয়। অৱশ্যে বৰুৱাৰ নগাওঁ শাসন পুৰণি অসমত থকা 'কথানিক ব্ৰাহ্মণ'ৰ সংবাদ আমাক দিয়ে। (১৪)

### (ক) থলুৱা ৰংগানুষ্ঠান :—

ড° পিছেলে ভাৰতীয় নাট্য সাহিত্যৰ জন্ম লগ্নত পুতলা নাচৰ প্ৰভাৱৰ কথা লক্ষ্য কৰিছে। অসমৰ পুতলা নাচো প্ৰাক্ শংকৰ যুগৰ সম্পত্তি। শংকৰদেৱৰ লেখাত ইয়াৰ উল্লেখ আছে। (১৫) অংকীয়া ভাওনাৰ সূত্ৰধাৰৰ চৰিত্ৰত পুতলা নাচৰ সূত্ৰধাৰৰ মচিব নোৱাৰা প্ৰভাৱ পৰিছে।

প্ৰাক্-শংকৰ যুগীয় অসমৰ অন্য এটি ৰংগানুষ্ঠান হল ওজাপালি। ইয়াৰ নৃত্য গীত বিশাৰদ ওজাজনে ডাইনা পালি আৰু তিনি চাৰি জন পালিৰে মিলি মনোৰা ৰজাই পদ্মাপুৰাণৰ বেউলা লখীন্দৰৰ কাহিনী আৰু ৰামায়ণ মহাভাৰতৰ পদ গায়। ওজাপালিয়ে এটি সুসংহত কাহিনী নৃত্য গীত, মুদ্ৰা আৰু সংলাপৰ জৰিয়তে দৰ্শকৰ আগত দাঙি ধৰে। ইয়াত অভাৱ মাত্ৰ চৰিত্ৰৰ। ওজা পালিৰ সূত্ৰ-ধাৰৰ সাজ-সজ্জা আৰু কাৰ্যক্ৰমৰ লগত অংকীয়া নাটৰ সূত্ৰধাৰৰ বেশভূষা আৰু কাৰ্যক্ৰমৰ সাদৃশ্য ভালেখিনি। কেৰেলাৰ 'কুট্টু' অনুষ্ঠানে সময়ৰ অগ্ৰগতিত কুডিয়াট্টমত পৰিণত হোৱাৰ দৰে আমাৰ অসমৰ ওজাপালি অনুষ্ঠানেও শংকৰদেৱৰ সৃজনী-হস্তৰ যাদুকৰী স্পৰ্শত বিকাশ প্ৰাপ্ত হৈ অংকীয়া নাটলৈ ৰূপান্তৰিত হয়। (১৬)

---

(১৩) Gupta, C B--Indian Theatre pp 12, (১৪) পদ্মনাথ বিদ্যাবিনোদ—কামৰূপ শাসনাৱলী পিঠি ৭১ (১৫) জৰতৰ পৰে দেখাই মনুষ্য চেষ্টা। লোপীক নচাই যেন ছায়া পুত্তলাক। ছ° ১২২০ (১৬) সত্যেন্দ্ৰ নাথ শৰ্মা— অসমীয়া নাট্য সাহিত্য, (১৯৬২) পিঠি ৩

ঢোল বজাই নানা ক্ৰীড়া-কৌতু কৰে জনগণক আনন্দ দিয়া ঢুলীয়া ভাওঁ অসমৰ আন এটি প্ৰাচীন ৰংগানুষ্ঠান। ঢুলীয়া ভাওক বহল ভাবে তিনিটা ভাগত ভগাব পাৰি (ক) নৃত্য সম্বলিত সংগীতাংশ, (খ) নৃত্য সম্বলিত বাদ্যাংশ আৰু (গ) অভিনয় অংশ। ঢুলীয়া সকলে ঢোল বজাই পুৰাণ প্ৰসিদ্ধ বিভিন্ন কাহিনী হাস্য ৰসাত্মক আৰু লঘু কথাৰে প্ৰকাশ কৰি গঞাক আমোদ দিয়ে। এই ৰংগানুষ্ঠানৰ পৰাও শংকৰদেৱে কিছু খোৰাক পাব পাৰে।

(খ) সংস্কৃত নাটকৰ প্ৰভাৱ : সংস্কৃত ৰূপকৰ লগত অসমীয়া অংকৰ সাদৃশ্য —

(০০১) অংক সংস্কৃতত দহ প্ৰকাৰৰ ৰূপক আছে (১৭) নাটক, প্ৰকৰণ, ভাণ প্ৰহসন, ডিম ব্যায়োগ, সমবকাৰ বীথী অংক আৰু ইহামৃগ। ইয়াৰে অংক, ভাণ, বীথী আৰু ব্যায়োগৰ অংক এটা। এক অংক বিশিষ্ট অসমীয়া নাটৰ অংক শব্দটো সংস্কৃতৰ পৰা অহা সম্ভৱ।

(০০২) নান্দী— নাটক অভিনয়ৰ কুশলাৰ্থে কৰা পূৰ্বৰংগৰ উনৈশটা অংগৰ প্ৰত্যাহাৰৰ পৰা আসাৰিতলৈ যৱনীকাৰ অন্তৰালত আৰু গীতৰ পৰা প্ৰৰোচনালৈ এই কইটা অংগ যৱনীকাৰ বাহিৰত সম্পাদন কৰা হয়। দেৱ-দ্বিজ নৃপতিৰ আনন্দদায়িনী স্তুতি বা আশী ৰ্বাদেই নান্দী (১৮) শংখ চন্দ্ৰ পদ্ম চক্ৰবাক কুমুদ আদি মাংগলিক শব্দ প্ৰয়োগ কৰি বাৰ বা আঠোটা পদৰ শ্লোক গোৱাটো নান্দীৰ সাধাৰণ লক্ষণ। (১৯) শংকৰদেৱৰ ৰচিত নাটবোৰত দুটিকৈ নান্দী শ্লোক থাকে আৰু তাৰ পদৰ সংখ্যা হল আঠ প্ৰথম শ্লোকটি সাধাৰণ স্তুতি আৰু দ্বিতীয়টো শ্লোকত নাটৰ বিষয় বস্তুৰ আভাষ থাকে।

(০০৩) প্ৰৰোচনা—সংস্কৃত নাটত সূত্ৰধাৰ বা স্থাপক নট বা নটীৰ লগত আলাপ কৰি নাটবস্তুৰ আভাষ দিয়ে আৰু নাটধনিৰ প্ৰশংসা কৰি দৰ্শকৰ মন নাটধনিৰ ফালে ঢাল খুৱায়। এয়ে প্ৰৰোচনা। (২০) শংকৰদেৱৰ নাটতো এনে ব্যৱস্থা আছে। দৃষ্টান্ত

(১৭) সাহিত্য দৰ্পণ, ষষ্ঠ অধ্যায়।

(১৮) আশীৰ্বচন সংযুক্তা স্তুতিৰ্যস্মাৎ প্ৰযুজ্যতে।
দেৱদ্বিজ নৃপাদীনাং তস্মান্নান্দীতি সংজ্ঞিতা॥

(১৯ মাংগল্য শংখচন্দ্ৰাব্জকোক কৈৰৱ শংসিনী।
পাদৈৰ্যুক্তা দ্বাদশভিৰষ্টাভি বা পদৈৰুত॥

(২০) উন্মুখীকৰণং তত্ৰ প্ৰশংসতঃ প্ৰৰোচনা—দশৰূপক।

স্বৰূপে "ভো ভো সামাজিকা : যূয়ং শৃণু আবহিতং বুধাঃ' শ্লোক আৰু পৰৱৰ্তী ভটিমাৰ দৰ্শকৰ মন অভিনয়ৰ ফালে ঢাবমান কৰাইছে।

(০০৪) আমুখ বা প্ৰস্তাৱনা— প্ৰস্তাৱনাত সূত্ৰধাৰে নট, নটী বা পাৰিপাৰ্শ্বিকৰ সৈতে আলাপ কৰি নাইবা কোনো চিহ্ন বা ধ্বনিক অনুসৰণ কৰি নাটৰ প্ৰধান চৰিত্ৰ সমূহক ৰংগমঞ্চত প্ৰৱেশ কৰায়। এনে কৌশল পূৰ্ণ কাৰ্যৰ নাম প্ৰস্তাৱনা। অংকীয়া নাটত এনে কৌশলৰ প্ৰয়োগ ঘটিছে ইয়াত সূত্ৰধাৰে "হে সংগী আকাশে কি বাদ্য বাজত" বুলি প্ৰশ্ন কৰি শেষত "দেৱ বাদ্য বাজত" বুলি জানিব পাৰি আ' পৰম ঈশ্বৰ কৃষ্ণ মিলন মিলল' আদি কৈ শ্ৰীকৃষ্ণক মঞ্চত প্ৰৱেশ কৰায়।

(০০৫) শ্লোক— সংস্কৃত নাটকৰ বৃত্তবদ্ধ শ্লোক সমূহৰ লগত অংকীয়া নাটৰ শ্লোক সমূহ বিচাৰ পাৰি। মহাপুৰুষে ছয়খন নাটত ৰাজিৰ কাৰণে ১৭৯ টা শ্লোক ৰচনা কৰিছিল—য'ত শাৰ্দুল বিক্ৰীড়িত, অনুষ্টুভ বসন্ততিলক পুষ্পিতাগ্ৰা, ভুজংগপ্ৰয়াত, উপজাতি আৰু মালিনীছন্দৰ প্ৰয়োগ দেখা পাওঁ।

(০০৬) পঞ্চসন্ধি আৰু পঞ্চাৱস্থা—সংস্কৃত ৰূপকৰ ভিতৰত নাটক আৰু প্ৰকৰণত পঞ্চসন্ধি আৰু পঞ্চাৱস্থাৰ স্থিতি লক্ষণীয়। পঞ্চাৱস্থা হ'ল--আৰম্ভ যত্ন প্ৰাপ্ত্যাশা, নিয়তাপ্তি আৰু ফলাগম। অৰ্থানুক্ৰমে নাটকৰ যিবোৰ অন্তৰ্নিহিত বিভাগ স্থাপিত হয় সেই সংযোগ স্থলেই সন্ধি ই পাঁচ ভাগে বিভক্ত (২১)—মুখ প্ৰতিমুখ, গৰ্ভ, বিমৰ্ষ আৰু নিৰ্বহণ। মুখ সন্ধিত (২২) ঘটনাৰ বীজে গজালি মেলি প্ৰতিমুখ, সন্ধিত (২৩) বিকাশ প্ৰাপ্ত হয়। গৰ্ভ সন্ধিত (২৪) কাহিনীৰ সংঘাতৰ চূড়ান্ত স্তৰলৈ ধাবিত হৈ বিমৰ্ষ সন্ধিত (২৫)

---

(২১) যথা সংখ্যম অৱস্থাভিঃ আভি যোগাত্তু পঞ্চভি। পঞ্চধৈবেতি-বৃত্তস্য ভাগাঃ স্যা পঞ্চ সন্ধয়।—সা০ দ০ ৬।৭০

(২২) যত্ৰ বীজ সমুৎপত্তিঃ নানাৰ্থৰস সম্ভৱা। প্ৰাৰম্ভেণ সমাযুক্তা তন্মুখং পৰিকীৰ্তিতম্। সা০ দ০ ৬।৭২

(২৩) ফল প্ৰধানোপায়স্য মুখ সন্ধি নিবেশিনঃ। লক্ষ্যালক্ষ্যো ইবোদ্-ভেদো যত্ৰ প্ৰতিমুখন্তৎ। সা০ দ০ ৬।৮০

(২৪) উদ্ভেদস্য বীজস্য প্ৰাপ্তিৰপ্ৰাপ্তিৰেৱ চ। পুনৰাম্বেষণং যত্ৰ স গৰ্ভঃ পৰিকীৰ্তিতঃ। নাট্যশাস্ত্ৰ

(২৫) 'অপায়া ভাৱতঃ প্ৰাপ্তিঃ নিয়তাপ্তিৰ নিশ্চিতা।' সা০ দ০ ৬।৬৯

যৱনীকাৰ স্থানে গতি কৰি নিৰ্বহণ সন্ধিত (২৬) পৰিসমাপ্তি লাভ কৰে। এক-অংক যুক্ত হোৱা গুণে আটাইকেইখন অংকীয়া নাটতে পঞ্চসন্ধি আৰু পঞ্চাৱস্থাৰ ৰেখা স্পষ্ট নহ'লেও ৰামবিজয়, পাৰিজাত হৰণ আদিত সিবোৰৰ স্থিতি লক্ষ্য কৰা যায়।

(০০৭) ৰস—ৰস সঞ্চাৰেৰে দৰ্শকক আনন্দ প্ৰদান কৰাটোৱে সংস্কৃত নাটৰ মূল উদ্দেশ্য। মহাপুৰুষ শংকৰদেৱে নাট প্ৰণয়ন কৰিছিল—ধৰ্ম প্ৰচাৰৰ কাৰণে। গতিকে সৰ্বগ্ৰাসী ভক্তিৰসে অন্যান্য ৰসৰ পৰিপ্ৰকাশত হেঙাৰ বন্ধা প্ৰায়ে লক্ষ্য কৰা যায়। তথাপি কালি-দমনত ভয়ানক আৰু কৰুণ, কেলি-গোপালত শৃংগাৰ, পত্নী প্ৰসাদত অদভূত, ৰুক্মিণীহৰণ আৰু ৰামবিজয়ত শৃংগাৰ আৰু বীৰ-ৰসে বিয়নি মেল পতাটো আনন্দৰ কথা।

(০০৮) কথা—সংস্কৃত নাটকৰ এটি লক্ষণীয় কথা হ'ল—গদ্য আৰু পদ্যৰ মণি-কাঞ্চন সংযোগ সাধন। সংলাপ সমূহৰ ভাষা যাইকৈ গদ্য। গীত নাইবা অনুভূতিপ্ৰৱন কথাতহে প্ৰয়োগ কৰা হয়- গীত। অংকীয়া নাটৰো চৰিত্ৰৰ সংলাপ আৰু সূত্ৰধাৰৰ নিৰ্দেশৰ ভাষা গদ্য।

(০০৯) মুক্তি মংগল ভটিমা—সংস্কৃত নাটৰ শেষত প্ৰধান চৰিত্ৰ সমূহে লগলাগি গোৱা শ্লোকেই ভৰতবাক্য। জনগণৰ সুখ শান্তি আৰু ৰাজ্যৰ সমৃদ্ধি কামনা ইয়াৰ অন্যতম লক্ষ্য। অংকীয়া নাটৰো শেষত সূত্ৰধাৰ আৰু ভাৱৰীয়া সকলে লগলাগি দৰ্শকৰ মন ভক্তি মাৰ্গাভিমুখী কৰিব'ল মুক্তি মংগল ভটিমা গায়।

(০১০) সূত্ৰধাৰ—অংকীয়া নাটৰ সূত্ৰধাৰৰ কাৰ্যক্ৰমৰ লগত সংস্কৃত নাটকৰ কাৰ্যক্ৰমৰ বিশেষ সম্পৰ্ক নাথাকিলেও এই চৰিত্ৰটি যে সংস্কৃত ৰূপকৰ পৰা আমদানি তাত অকণো সন্দেহ নাই।

(০১১) ভাষা—সংস্কৃত নাটত সংস্কৃত আৰু প্ৰাকৃত এই দুটি ভাষাৰ প্ৰয়োগ ঘটোৱাৰ দৰে অংকীয়া নাটতো সংস্কৃত আৰু ব্ৰজাৱলী—এই দুটি ভাষাৰ প্ৰয়োগ কৰাটো লক্ষণীয় কথা।

**শংকৰদেৱৰ নাটৰ বিশেষ কলা কৌশল:**

শংকৰদেৱে ৰচিত অংকীয়া নাট মালাৰ কেইটামান বিশেষ বৈশিষ্ট্য আছে। সেয়া হ'ল—সংস্কৃত শ্লোক, গীত আৰু ভটিমাৰ

(২৬) বীজৱন্তো মুখাদ্যৰ্থাঃ বিপ্ৰকীৰ্ণা যথাযথম্। একাৰ্থম্ উপনীয়ন্তে যত্ৰ নিৰ্বহণং হি তৎ॥ সা॰ দ॰ ৬।৬৭

উপৰি ব্ৰজাৱলীৰ প্ৰয়োগ, লয়যুক্ত গদ্যৰ ব্যৱহাৰ আৰু সূত্ৰধাৰৰ কাৰ্য-ক্ৰমত গুৰুত্ব আৰোপ।

(ক) শ্লোক—সংস্কৃত শ্লোকৰ প্ৰয়োগ শংকৰী নাটৰ অন্যতম বৈশিষ্ট্য। এই শ্লোক সমূহক তিনিটা ভাগত ভগাব পাৰি—প্ৰথম নান্দীশ্লোক দ্বিতীয় ঘটনা পৰম্পৰা বুজোৱা শ্লোক আৰু তৃতীয় বিষয় প্ৰৱেশৰ শ্লোক। এই শ্লোক সমূহ সাধাৰণতে সূত্ৰধাৰেই পাঠ কৰে যদিও কোনো কোনো ঠাইত নাটকৰ ভাৱৰীয়াৰ মুখতো শ্লোক নিদিয়া নহয়। 'ৰাম বিজয়'ত বিশ্বামিত্ৰৰ মুখত দিয়া শ্লোকৰ কথা এইখিনিতে স্মৰণীয়। শ্লোকৰ অৰ্থ পাচৰ গীত, ভটিমা নাইবা সূত্ৰধাৰৰ ব্যাখ্যাত প্ৰকাশিত হয় গুণে সংস্কৃত নজনা লোকেও নাটৰ বিষয়বস্তু অনুধাবন কৰাত অসুবিধা নাপায়।

(খ) গীত—অংকীয়া নাট আকৃতিত নাট হ'লেও প্ৰকৃতিত গীতিকাব্যহে (২৭) অকল নাটৰ আৰম্ভণি আৰু পৰিসমাপ্তিতে নহয়—গোটেই নাটকীয় বিষয়বস্তুকেই গীতৰ মাধ্যমেৰে পৰিৱেশিত হ'লে আগবঢ়াই নিয়া হয়। সূত্ৰধাৰৰ বচন, পাত্ৰ-পাত্ৰীৰ সংলাপ, কিংবা সংস্কৃত শ্লোকৰ সমাৱেশেৰে অংকীয়া নাটৰ বৈচিত্ৰ্যৰ সৃষ্টি কৰা হ'লেও সেই আটাইখিনি বাদ দি অকল গীতাংশ পাঠ কৰি গ'লেও নাটৰ কাহিনী পূৰ্ণৰূপে বুজা যায়। নাটকীয় ঘটনাৰ প্ৰতিটো স্তৰকে মহাপুৰুষ শংকৰদেৱে একো একোটা শ্লোকেৰে প্ৰকাশ কৰিলেও পাচত সূত্ৰধাৰৰ বচন আৰু গীতৰদ্বাৰা তাক বিশ্লেষণ কৰিছে। দৃষ্টান্ত স্বৰূপে, ৰুক্মিণীহৰণ আৰু ৰামবিজয় নাটত ৰুক্মিণী আৰু সীতাৰ কায়িক ৰূপ বৰ্ণনাৰে শৃংগাৰ ৰসৰ প্ৰকাশ কৰিবলৈ নাট্যকাৰে সংস্কৃত শ্লোক আৰু সূত্ৰধাৰৰ বচনতে সন্তুষ্ট নহৈ একো একোটা দীঘলীয়া ভটিমাৰ সংযোজন মন কৰিবলগীয়া।

শংকৰদেৱৰ নাটত দুবিধ গীতৰ প্ৰয়োগ হৈছে—এবিধ ৰাগ-ৰাগিনী যুক্ত ভাৰতীয় সংগীত শাস্ত্ৰৰ দ্বাৰা অনুমোদিত গীত আৰু আনবিধ বৰ্ণনাত্মক পদৰ বিলাপৰ কাৰণেই যেন দ্বিতীয় বিধৰ সৃষ্টি। এই গীত সমূহৰ সাহিত্যিক মূল্যও উলাই কৰিব নোৱাৰি। ড° সত্যেন্দ্ৰনাথ শৰ্মা দেৱৰ ভাষাত, 'ভাবানুগামী ছন্দ, অনুপ্ৰাস, যমক আৰু বিভিন্ন অৰ্থ অলংকাৰ প্ৰয়োগৰ দ্বাৰা বৰ্ণনীয় বিষয়ক

---

(২৭) B K Baruah—Ankiya Nat (1954) Int. PP XX-XXI

ৰমণীয় আৰু শ্ৰুতিমধুৰ কৰি পৰিস্থিতি বা ভাবানুভূতিৰ পৰ্যাপ্ত চিত্ৰ একোটাৰ উজ্জ্বল চিত্ৰ প্ৰত্যেকটি গীতত অংকন কৰাৰ প্ৰয়াস দেখা যায়।' (২৮)

(গ) ভটিমা—সংস্কৃত ভট্ ধাতুৰ পৰা নিষ্পন্ন ভট্ট বা ভাটৰ অৰ্থ স্তুতি-পাঠক। ভট্টৰ কাৰ্যই ভটিমা। প্ৰাচীন ভাৰতত চাৰণ, ভাৰত বা কীৰ্তনাকাৰ (২৯) নামৰ গায়ক শ্ৰেণী বিশেষৰ নাম পোৱা যায়। তেওঁলোকে বিভিন্ন নৃত্য-ভংগীৰে পুৰাণ-ভাৰতৰ গীত গাই ফুৰিছিল। এওঁলোকৰ অনুকৰণতে শংকৰদেৱে ভটিমাৰ সৃষ্টি কৰিব পাৰে। শংকৰী নাটত তিনি শ্ৰেণীৰ ভটিমা থাকে। প্ৰথমতে নাটৰ নায়ক শ্ৰীকৃষ্ণ বা শ্ৰীৰামৰ স্তুতিবাচক আৰু নান্দীৰ দৰে মংগলাচৰণ মূলক ভটিমা, দ্বিতীয় নাটৰ শেষত সংস্কৃত ৰূপকৰ ভৰত-বাক্যৰ অনুৰূপ মুক্তি মংগল বা মংগল ভটিমা, আৰু তৃতীয়তে, কোনো নাটত নাটকীয় চৰিত্ৰৰূপে থকা ভাট অৰু 'ৰাম বিজয়'ৰ চৰিত্ৰ বিশ্বামিত্ৰ আৰু কনকাৱশীৰ মুখৰ ভটিমা।' (৩০)

(ঘ) নাটকীয় গদ্য—কথা বা গদ্যৰ প্ৰয়োগ অংকীয়া নাটৰ আন এটি বৈশিষ্ট্য। নাটকীয় গদ্য দ্বিধাৰা বিশিষ্ট- সূত্ৰধাৰে দিয়া মঞ্চ নিৰ্দেশ আৰু ঘটনাৰ ব্যাখ্যা তথা ভাৱৰীয়াৰ উক্তি প্ৰত্যুক্তি সমূহ। নাটকীয় গদ্যৰ ভাষা ব্ৰজাৱলী। গছতল আৰু আমবাৰী শিলালিপিক বাদ দিলে শংকৰদেৱৰ অংকীয়া নাটৰ গদ্যকে প্ৰথম অসমীয়া সাহিত্যিক গদ্য শৈলী ৰূপে নিৰ্দেশ কৰিব পাৰি।

(ঙ) ব্ৰজাৱলীৰ প্ৰয়োগ--অংকীয়া নাটৰ আন এটি বৈশিষ্ট্য সংৰক্ষিত হৈছে--তাৰ ভাষা প্ৰয়োগৰ ক্ষেত্ৰত। নাটৰ ভাষা ব্ৰজাৱলী (৩১) এই ভাষাৰ প্ৰয়োগ সম্পৰ্কে কালিৰাম মেধীয়ে কয়—'কৃষ্ণ ভক্তি প্ৰকাশৰ সাধাৰণ ভাষাৰূপে শংকৰদেৱে বৰগীতত ব্ৰজাৱলীৰ ব্যৱহাৰ কৰিছিল আৰু নাটত ব্ৰজাৱলীক প্ৰয়োগ কৰিছিল— ব্ৰজধামৰ ভাষা বুলি অনুমান কৰি।' (৩২) সুসাহিত্যিক অম্বিকা নাথ

---

(২৮) সত্যেন্দ্ৰনাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য, পিঠি ১২

(২৯) Arya Rangacharya (1971)—The Indian Theatre, PP 56, 67

(৩০) মহেশ্বৰ নেওগ—অসমীয়া সাহিত্যৰ ৰূপৰেখা, পিঠি ১১৪

(৩১) 'শংকৰদেৱৰ ভাষা' শীৰ্ষক প্ৰবন্ধ পঢ়ক। বৰ্তমান লেখকৰ প্ৰকাশ-পাবী 'ব্ৰজাৱলী ভাষা আৰু সাহিত্যৰ ৰূপৰেখা'ত এই সম্পৰ্কে সবিশেষ পাব।

ধৰাদেৱে ভাবে যে মধ্যদেশীয় ভাৰতভূমিৰ বিভিন্ন প্ৰাকৃত ব্ৰজাৱলীত পদাৱলী ৰচিত হ'বলৈ ধৰাত যাতে অসমৰ বাহিৰতো তেওঁৰ ভাৱধাৰা প্ৰচাৰ কৰিব পাৰে, তাৰ কাৰণেই শংকৰদেৱে ব্ৰজাৱলীৰ ব্যৱহাৰ কৰিছিল। (৩৩) আনহাতে ড° হৰিশ চন্দ্ৰ ভট্টাচাৰ্যই অনুমান কৰে যে, 'ব্ৰজাৱলীৰ শব্দাৱলী প্ৰায় সৰ্বত্ৰ উচ্চাৰণযুক্ত। সেইবাবে ইয়াত স্বাভাৱিকতে এটি সাংগীতিক মাধুৰ্য নিহিত হৈ আছে। অংকীয়া নাটবোৰ সংগীত প্ৰধান হোৱা [illegible] সম্পূৰ্ণৰূপে এই ৰীতিৰ প্ৰয়োগ কৰিব পাৰে।' (৩৪)

(চ) সূত্ৰধাৰৰ প্ৰাধান্য :— শংকৰদেৱৰ নাটকলাত সূত্ৰধাৰ গ্ৰহণকৰা গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা কম বেছি পৰিমাণে আটাইকেইজন আলোচকেই স্বীকাৰ কৰিছে। সংস্কৃত নাটকত সূত্ৰধাৰে নান্দী পাঠ কৰি প্ৰস্তাৱনাৰে নাটৰ শুভাৰম্ভৰ সূচনা কৰি সূত্ৰধাৰ মঞ্চৰ পৰা গুচি যায়—তেওঁৰ আৰু পুনৰাগমন নহয়। আনহাতে অংকীয়া নাটত "ইতি সূত্ৰ নিষ্ক্ৰান্ত" কথাষাৰ থাকিলেও সি নাটকীয় কৌশলৰ পৰিবৰ্তনহে সূচনা কৰে—ব্যক্তিৰ পৰিবৰ্তন নহয়। অংকীয়া নাটৰ সূত্ৰধাৰজন একেৰাহে গায়ক, নৰ্তক, পৰিস্থিতিৰ ব্যাখ্যাকাৰী আৰু অভিনয় পৰিচালক। (৩৫) ড° বাণীকান্ত কাকতিয়ে কৈছে, 'গোটেই ভাওনাখন যেনিবা বেৰত আঁৰি থোৱা ছবিৰ মানচিত্ৰ। সূত্ৰধাৰে সেই চিত্ৰবোৰ আঙুলিৰে বুজাই দিয়াৰ দৰে নাটৰ ঘটনা পৰম্পৰা আৰু সেইবোৰৰ তাৎপৰ্য ৰাইজক বুজাই দিয়ে। (৩৬) পুৰণি ভাৰতৰ, যাইতে গুজৰাটৰ নৃত্য-গীত বিশাৰদ ভৰত, চাৰণ আদি চৰিত্ৰ মাইমা বীথী নাটকম, ভাগৱত মেল নাটকম আৰু যক্ষগানৰ "ভাগৱত", কোদনাট্টিমৰ "কথা কাৰক", কৰ্ণাটকৰ বয়লাটৰ 'সাৰথি', তাৱাইৰ "নায়ক"; উত্তৰ প্ৰদেশৰ ভগৎ আৰু বাংগাভিনয়ৰ "বালিকা" চৰিত্ৰৰ লগত সংস্কৃত নাটৰ "সূত্ৰধাৰ" চৰিত্ৰৰ কাৰ্যৰ মিল দেখা যায়। বহুত

(৩২) Aspects of Early Assamese literature, (1953) PP 198.
(৩৩) অম্বিকা নাথ বৰা (সম্পা°) ৰুক্মিণী হৰণ নাট (১৯৩০) ভূমিকা দ্ৰষ্টব্য
(৩৪) হৰিশ চন্দ্ৰ ভট্টাচাৰ্য—অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি, পিঠি ২১
(৩৫) B K. Baruah—Ankiya Nat, Intro. PP XIV, সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য, পিঠি-৬
(৩৬) বাণী কান্ত কাকতি—পুৰণি অসমীয়া সাহিত্য, পিঠি ১১৫

জাপানৰ "নো" নাটৰ কোবাচৰ "ছিটে" চৰিত্ৰৰ লগতো সূত্ৰধাৰৰ সাদৃশ্য মনকৰিবলগীয়া। ডঃ কাকতিয়ে পুৰণি গ্ৰীক নাটৰ "কোৰাচ"ৰ কাযক্ৰমৰ লগত সূত্ৰধাৰৰ কাৰ্যক্ৰমৰ আংশিক মিল লক্ষ্য কৰিছে। এনেকৈয়ে বিভিন্ন নাটকীয় কলা-গুণ সম্পন্ন সৃষ্টিৰে মহাপুৰুষ শংকৰদেৱে অসমীয়া মঞ্চ জগতত নৱজাগৰণৰ সৃষ্টি কৰাৰ লগতে সাহিত্যৰ ভঁৰালটোকেও চিৰন্তন সম্ভাৰ আগবঢ়াবলৈ সমৰ্থ হৈছে।

## ক পত্নী প্ৰসাদ

একাধিক আলোচকেই 'পত্নী প্ৰসাদ'ক শংকৰদেৱৰ প্ৰথম নাট্যকৰ্মকৰূপে সাব্যস্ত কৰিছে—কাৰণ বাকী নাট কেইখনৰদৰে ইয়াত দুটি নান্দীশ্লোক আৰু মুক্তিমংগল ভটিমা পাবলৈ নাই। ইয়াৰ পয়াৰত ব্ৰজাৱলীৰ পৰিবৰ্ত্তে পুৰণি অসমীয়াৰ প্ৰয়োগো—আন এটি মন কৰিবলগীয়া কথা। ডঃ মহেশ্বৰ নেওগে এই নাট খনিৰ সন্দৰ্ভত দিয়া মন্তব্যটি প্ৰনিধানযোগ্য 'ভোকত আতুৰ গৰখীয়া কৃষ্ণক যজ্ঞৰ দ্ৰব্য দিবলৈ অস্বীকাৰ কৰা মিশ্ৰ, ভাৰতী, কন্দলি আদি বিপ্ৰৰ পত্নীসকলে গৈ প্ৰসাদদিয়া কথাটো ধুৱাহাটাৰ ভক্তিবিৰোধী ব্ৰাহ্মণ পণ্ডিত শ্ৰীধৰ ভট্টাচাৰ্য, কবিৰাজ মিশ্ৰ, বামনাচাৰ্য, ৰত্নাকৰ কন্দলি আদিৰ প্ৰতি কটাক্ষপাত কৰা যেন লাগে। সম্ভৱঃ ব্ৰাহ্মণ সকলৰ লগত বাদ প্ৰতিবাদৰ উত্তাপৰ মাজতে গুৰুজনে এই প্ৰথম প্ৰয়াৰ পৰ অকখনি ৰচনা কৰে।' (১) মাধৱদেৱৰ মাতৃ শ্ৰাদ্ধ উপলক্ষে ৰৱপেটাৰ সমীপৱৰ্ত্তী বাৰাদি নামৰ ঠাইত এই নাটখনি ভাৱনা হোৱাৰ সংবাদ চৰিত পুথিত কথিত হৈছে। (২) কৰশ্চে সেই শ্ৰাদ্ধ যে "চাদ্ৰশ্ৰাদ্ধ" নহয়—এই বিষয়ে আমি নিসন্দেহ। মোটামুটিভাবে ১৫৪০-৫০ খৃষ্টাব্দৰ ভিতৰত ইয়াৰ ৰচনাকৰ্ম সমাপ্ত কৰাৰ সাপেক্ষে ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই আগবঢ়োৱা যুক্তি গ্ৰহণযোগ্য। (৩)

নাটখনিৰ বিষয়বস্তু দশমস্কন্ধ ভাগৱতৰ ত্ৰিবিংশতিতম অধ্যায়ৰ পৰা চয়ন কৰা। ক্ষুধাতুৰ গোপবালক সকলে এদিনাখন শ্ৰীকৃষ্ণৰ

(১) মহেশ্বৰ নেওগ—শ্ৰীশ্ৰীশংকৰদেৱ, পিঠি ১০২ (২) ৰামচৰণ—পদ ২৬৮৯—৯৭ (৩) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য, পিঠি ৩০

উপদেশমতে যজ্ঞৰত কৰ্মকাণ্ডী ব্ৰাহ্মণসকলৰ ওচৰলৈ গৈ আহাৰ ভিক্ষা কৰি বিফল মনোৰথ হ'ব লগাত পৰে। শ্ৰীকৃষ্ণই তেতিয়া বিপ্ৰপত্নী সকলৰ ওচৰত 'প্ৰসাদ' বিচাৰি অন্নত যেওঁলোকে নতজানুহৈ 'ঘৃতৰস অন্ন কৃষ্ণক আগে নিবেদন কৰিলে', কৰ্মবেষ্টিত ব্ৰাহ্মণসকলেও কৃষ্ণৰ মহিমা জানিব পাৰি যেওঁ [illegible] হ'বলৈ বাধা হ'ল।

ভক্তিবিৰোধী ব্ৰাহ্মণসকলৰ লগত ভক্তি পৰায়ণা বিপ্ৰ-পত্নী আৰু গোপ বালকসকলৰ বিবাদৰ সৃষ্টিৰে নাটৰ কাহিনী ভাগ আগবঢ়াই নিয়া হৈছে। নাট্যকাৰে দুই ঠাইত কৃপাৰ পৰা আহৰি অহাও দেখা যায়। দৃষ্টান্তস্বৰূপে পাণ্ডিত্যাভিমানী ব্ৰাহ্মণসকলৰ ভাৰতী, মিশ্ৰ, কন্দলি, আচাৰ্য প্ৰভৃতি উপাধিবোৰ মূলে সমৰ্থন নকৰে আৰু মূলৰ 'অংগিৰস যজ্ঞৰ নামটোও নাট্যকাৰৰ হাতত বিলুপ্তি ঘটিছে। পৰিসৰৰ স্বল্পতাই কাহিনী আৰু চৰিত্ৰৰ বিকাশত যথেষ্ট বাধা দেখা যায়। নাটখনত শ্লোক মাত্ৰ দুটি—তাৰে প্ৰথমটো নাট্যকাৰৰ দ্বাৰা শাৰ্দূলবিক্ৰীড়িত ছন্দত ৰচনা কৰা আৰু বসন্ত তিলক ছন্দৰ দ্বিতীয়টো শ্লোক ভাগৱত পুৰাণৰ পৰা চয়ন কৰা। (১০।২৩।২২) নাট্য শাস্ত্ৰৰ পঞ্চনাট্যাৱস্থা আৰু পঞ্চ সন্ধিৰ অৱস্থিতি ইয়াত বিচাৰি পোৱা টান। হ'লেও জ্ঞান আৰু কৰ্মতকৈ ভক্তিৰ শ্ৰেষ্ঠতা প্ৰতিপাদনৰ ক্ষেত্ৰত নাট্যকাৰ নিঃসন্দেহে সফলকাম হোৱা বুলিব পাৰি। "অশোক বন মহ ৰহল মুৰাৰি' ভটিমাটি সাহিত্যিক সৌন্দৰ্যৰ কাৰণেও স্মৰণযোগ্য।

## খ কালিদমন (কালিয়দমন)

'কালিদমন নাট'ৰ ৰচনা সম্পৰ্কে কথা-গুৰুচৰিতত আছে— 'বাই আতা দশমৰ কালিদমন চৰ্চা সন্তোষ পাই শুকজনত পাৰ্থনাটৈক জীৱক কৃপাৰে নাট কৰাৱে। তাতে কৰ্মতে পুৰ্ণ আসি চিত্ৰ মাৰি শিকিবৈ'ল অহাত ভকতনে চিন পাই সাঁচৰাৰ খাত কৰি পালে।' (১) কথা—গুৰু চৰিতৰ এইবাৰ কথাই এইটো স্পষ্ট কৰে যে মহাপুৰুষে দশমৰ কালিয় দমন অংশ ৰচনা কৰাৰ পাছত

(১) কথা-গুৰু চৰিত, পিটি ১২৫

ৰামাৰায়ৰ অনুৰোধত তাৰ নাট্যৰূপ দি তাৰ পাচত কেলিগোপাল নাট প্ৰণয়ন কৰে। কালিৰাম মেধি ডাঙৰীয়াই কালিয়দমনক নাট্যকাৰৰ প্ৰথম নাট্য সম্ভাৰ ৰূপে চিনাক্ত কৰি ১৫১৮ খৃষ্টাব্দৰ আশপাশে বৰদোৱাত ৰচা বুলি অভিমত দিলেও (৫) পৰৱৰ্ত্তী পণ্ডিত সকলৰদ্বাৰা সি গ্ৰহণ যোগ্য নহ'ল। বৰঞ্চ বেজবৰুৱাই 'শংকৰদেৱ মাধৱদেৱ' গ্ৰন্থত নিৰ্দেশ কৰা পাটবাউসীকহে একাধিক পণ্ডিতে ইয়াৰ জন্মভূমি বুলি ভাবে। (৬)

কালিয়দমনৰ কাহিনী ভাগৱত পুৰাণ (১০।১৫-১৯ অধ্যায়), হৰিবংশ, বিষ্ণুপুৰাণ আৰু ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণত কথিত হ'লেও আমাৰ নাট্যকাৰে ভাগৱত পুৰাণক ভিত্তি কৰিহে নাট খনি প্ৰণয়ন কৰিছে। নিদাঘৰ দহনত তৎ হেৰাই এদিনাখন শিশুকৃষ্ণ গোপ বালক আৰু গাভী সমন্বিত কালিৰ হ্ৰদৰ পাৰত উপস্থিত হ'ল। গৰু আৰু গৰখীয়াইঁত পিয়াহত ব'ৰ নোৱাৰি সেই হ্ৰদৰ বিষাক্তজল পান কৰাৰ লগে লগে চেতনা হেৰাই পেলালে। শ্ৰীকৃষ্ণই তেতিয়া অমৃত দৃষ্টি নিক্ষেপনেৰে তেওঁলোকক পুনৰ্জীৱন দান কৰি পাৰৰ কদম্বডালৰ ওপৰ'ল উঠিগৈ তাৰপৰা হ্ৰদৰ পানীত জপিয়াই পৰিল। বিষধৰ কালিনাগে শিশুকৃষ্ণক তৎক্ষণাত নেজেৰে মেৰাই ধৰি দংশন কৰিলে। শ্ৰীকৃষ্ণ কিছুপৰ অলকা মাৰি ৰ'ল। তেওঁৰ বিমংগলৰ বতৰা পাই গোপ-গোপী আৰু নন্দ যশোদাই তুলিলে ক্ৰন্দনৰ ৰোল। কিছুপৰ পাচত শ্ৰীকৃষ্ণই নাগ পাশৰপৰা মুক্তহৈ কালিনাগৰ শিৰত উঠি আৰম্ভ কৰিলে নৃত্য-কৌতুক। 'গোপালক তাৰ সহিতে নাপাৰি কালি অন্তৰ ভেল।' নাগপত্নী সবে তেতিয়া আৰম্ভ কৰিলে বিৰামবিহীন স্তুতি নতি। তেওঁলোকৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ কালিনাগক ৰমণক দ্বীপ'ল স্থানান্তৰ কৰি গোপ-গোপী সকলৰ সৈতে বৃন্দাবনতে ৰাতিটো কটাওঁ বুলি থাকিল। সেইৰাতিয়ে তেওঁলোকক বনজুয়ে বেঢ়ি ধৰাত শ্ৰীকৃষ্ণই বনাগ্নি পান কৰি লগৰীয়াইঁতক ৰক্ষা কৰিলে।

কালিয়দমন নাটৰ মূল কথা হ'ল—কালি নাগক দমন কৰা। পত্নিকে নাগক ৰমণক দ্বীপলৈ দ্বীপান্তৰ কৰাৰ লগে লগে নাটৰ যৱনিকা পেলোৱা হ'লে নাট্যগুণ বৃদ্ধি পালেহেতেন।

(৫) অংকাৱলী, পাতনি পিঠি ১৭ (৬) M Neog—Sankaradeva and His Times, PP 198

তাকে নকৰি পৰৱৰ্ত্তী ঘটনা 'বনাগ্নি পান'ৰ দৃশ্য সমূহ সংযোজনা কৰাত নাটকীয় কাৰ্য স্তিমিত হ'বলৈ বাধ্য হৈছে। অৱশ্যে নাট্যগুণ অকণ্ড বধাওঁক শ্ৰীকৃষ্ণৰ মহিমা প্ৰচাৰবেক জনসাধাৰণৰ মন ভগৱৎমুখী কৰাটোৱেই নাট্যকাৰৰ মূল উদ্দেশ্য। সেইকাৰণেহে নাট্যকাৰ বিফল হোৱা নাই। কিয়নো আলোচিত নাটখনত শ্ৰীকৃষ্ণৰ তিনিটা অলৌকিক মহিমা প্ৰদৰ্শিত হৈছে—(ক) গৰু-গৰখীয়াৰ পুনৰ্জীৱন দান (২) কালি দমন আৰু (৩) বনাগ্নি পান। কালিয়দমন নাটত সংলাপৰ অৱকাশ সৰুকৈ চকুত পৰে। সূত্ৰধাৰৰ ব্যাখ্যা আৰু গীতসমূহৰ দ্বাৰা নাটৰ কাহিনী ভাগ আগবঢ়াই নিয়া হৈছে। ইয়াত যি এঘাৰটা সংস্কৃত শ্লোক আছে তাৰে প্ৰথম দুটি মাথোন শাৰ্দূলবিক্ৰীড়িত ছন্দৰ বাকী আটাইকেইটাৰ ছন্দ অনুষ্টুভ। কালিয়দমনৰ মুখ্য ৰস ভক্তি; আনুসাংগিকভাৱে কৰুণ আৰু ভয়ানক ৰসৰ প্ৰকাশ ঘটিছে মাথোন। (৭) শ্ৰীকৃষ্ণৰ অচেতন অৱস্থাত নন্দ-যশোদা আৰু গোপ-গোপী সকলৰ ক্ৰন্দনৰ বৰ্ণনাত কৰুণ আৰু কালিনাগৰ শিৰোদেশত শ্ৰীকৃষ্ণৰ নৰ্তন নাইবা বনাগ্নি পানৰ বৰ্ণনাত ভয়ানক ৰ'স ভুমুকি মৰাৰ সুযোগ পাইছে।

কালিয়দমনৰ গোটেই কাহিনীটো ৰূপকাত্মক। অনাৰ্য কালিনাগক আৰ্য শ্ৰীকৃষ্ণই দমন কৰাটোৱে আৰ্যৰ হাতত অনাৰ্যৰ পৰাজয়ৰ স্মৃতি জাগ্ৰত কৰে। (৮) আনহাতে হেমবৰুৱাই কৰৰ দৰে—*Not withstanding this, it is a fact that the serpent Kaliya is a symbol of certain baser things of life, viz, pride and futile bravado, intolerance and impiety, things that go counter to the basic tenets of Vaishnava attitude Krishna's victory is also symbolic, it is the victory of piety over impiety, tolerance over intolerance, compassion over cruelty'* (৯)

(৭) হৰিশ চন্দ্ৰ ভট্টাচাৰ্য—অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি, পিঠি ৪৮
(৮) মহিমেশ্বৰ কাবেৰে ৰাজমোহন নাথ সম্পাদিত 'কালিয় দমন নাট'ৰ (১৯৫৫) পাতনি পঢ়ক (৯) Hem Baruah—Assamese Literature (1965), PP 98

## গ' কেলিগোপাল (ৰাসক্ৰীড়া)

দশমস্কন্ধ ভাগৱতৰ ঊনত্ৰিংশ অধ্যায়ৰ পৰা ত্ৰয়ত্ৰিংশ অধ্যায়লৈকে এই পাঁচোটা অধ্যায় 'ৰাসপঞ্চাধ্যায়' ৰূপে জনা যায়। ৰাস পঞ্চাধ্যায় আৰম্ভ হৈছে নিম্নোক্ত শ্লোকটিৰে :

ভগৱানপি তা ৰাত্ৰীঃ শাৰদোৎফুল্ল মল্লিকাঃ।
বীক্ষ্য ৰন্তুং মনশ্চক্ৰে যোগমায়া মুপাশ্ৰিত॥ (১০।২৯।১

ভগৱানে মল্লিকাদি বিবিধ শাৰদীয় কুসুম বিকশিত ৰজনী দেখি নিজ মহাশক্তি প্ৰকাশ কৰিলে আৰু গোপ ৰমণী সকলৰে সৈতে ৰমণ কৰিবলৈ ইচ্ছুক হ'ল।' প্ৰকৃতিৰ পৰম সৌন্দৰ্যৰ মাজত শ্ৰীকৃষ্ণই মোহন বংশীধ্বনি তোলাৰ লগে লগে। সুপ্ত স্বামী সকলক এৰি থৈ ব্ৰজাংগনা সকলৰ বৃন্দাবনলৈ গমন আৰু শ্ৰীকৃষ্ণৰ সৈতে বিভিন্ন কেলি কৰণ, একনী গোপীৰ লগত শ্ৰীকৃষ্ণৰ হঠাতে অন্তৰ্ধান, গোপীসকলৰ কৃষ্ণ অন্বেষণ, বিৰহ বিলাপ আৰু কালিন্দীৰ-তীৰত শ্ৰীকৃষ্ণৰে সৈতে পুনৰ্মিলন হৈ মহাৰাসকেলি সম্পাদনৰ লগে লগে ৰাসপঞ্চাধ্যায়ৰ সামৰণি পৰিছে। ৰাসৰ বৰ্ণনা বিষ্ণু পুৰাণ আৰু হৰিবংশতো পোৱা যায়। হৰিবংশত ৰাসৰ পৰিৱৰ্তে আছে 'হল্লীশক্ৰীড়নম্'। হল্লীশ আৰু ৰাস সমাৰ্থক স্ত্ৰী পুৰুষৰ মণ্ডলাকাৰ নৃত্য বিশেষেই ৰাস "অন্যান্য ব্যতিষক্ত হস্তানাং স্ত্ৰী পুংসাং গায়তাং মণ্ডলীৰূপেন ভ্ৰমতাং নৃত্যবিনোদৰ সো ৰাসঃ। ভগৱান শ্ৰীকৃষ্ণই যাদৱ সকলৰ মাজত হল্লীশ নৃত্য প্ৰচলনৰ কথা হৰিবংশত কথিত হৈছে। এই ৰাসনৃত্য পৃথিৱীৰ নৰকুলৰ কথা বাদেই দেৱতা সকলেও কৰিবলৈ অসমৰ্থ। এক কৃষ্ণত বিনে বিষ্ণুৰ কোনো অৱতাৰতেই ৰাসলীলা উদ্‌যাপিত হোৱাৰ সাক্ষ্য পাবলৈ নাই। সেইকালৰ পৰা ৰাসলীলাক এক-মাত্ৰ শৃংগাৰ ৰসাত্মক কেশৱৰ কেলি আখ্যা দিয়া হৈছে। নিবৃত্তি-পৰ মুক্তিৰ পথত ৰাসক্ৰীড়া ৰূপকৰ আকৃতি প্ৰকাশ পাইছে। শুকদেৱে ভগৱান শ্ৰীকৃষ্ণক বাৰে বাৰে 'পূৰ্ণকাম', 'আত্মাৰাম' প্ৰভৃতি বিশেষণেৰে বিভূষিত কৰি ইয়াকে ভোতনা কৰিবলৈ বিচাৰিছে যে পূৰ্ণকামজনৰ লৌকিক কামৰ প্ৰয়োজন নাই—আত্মা-

মুখ সন্ধি, (গ) বিৰহানলত দগ্ধ গোপীসকলৰ কৃষ্ণ অন্বেষণ, কৃষ্ণৰ ভাওনা প্ৰদৰ্শনেৰে আপোন মন বেদনা পাহৰাৰ প্ৰয়াসেই 'প্ৰাপ্ত্যাশাৱস্থা' আৰু নাটৰ গৰ্ভসন্ধি (ঘ) কালিন্দী পাৰত শ্ৰীকৃষ্ণৰ পুনৰাগমণে গোপীসকলৰ মনৰ কামনা পূৰণ কৰাৰ পথ সুনিশ্চিত কৰি তোলাৰ লগে লগে আৰম্ভ হল 'নিয়তাপ্তি' অৱস্থা আৰু বিমৰ্ষ সন্ধিৰ (ঙ) শ্ৰীকৃষ্ণৰ সৈতে গোপীৰ মহাৰাস আৰম্ভণ আৰু শংখচূড় নিধনে নাটৰ পৰিসমাপ্তি অনাত 'ফলাগম' অৱস্থা আৰু নিৰ্বাহণ সন্ধিৰ অৱস্থিতি বিবিক্তি উঠিল। (১২)

'কেলিগোপাল' এখনি নৃত্য গীতমুখৰ অংকীয়া নাট। সেই গুণে ড° সত্যেন্দ্ৰনাথ শৰ্মাই ইয়াক সংস্কৃত 'নাট্যৰাসক' আৰু 'হল্লীশ' উপৰূপকেৰে সৈতে তুলনা কৰি 'হল্লীশ'ৰ অধিক ওচৰ চপা বুলি মন্তব্য দিছে—'ইয়াত হল্লীশৰ দৰেই এটা অংক, শৃংগাৰ ৰসৰ উপযোগী মধুৰ কোমল শব্দ বিশিষ্ট বৃত্তি (কৌশিকী বৃত্তি) আৰু ৰচনাৰীতি অনুসৰণ কৰিছে। ইয়াত একন উদাত্ত চৰিত্ৰৰ নায়কক কেন্দ্ৰ কৰি বহু স্ত্ৰী চৰিত্ৰৰ সমাবেশ হৈছে। হল্লীশৰ দৰেই এই নাটো বহু তাল লয় যুক্ত।' (১৩)

কেলিগোপাল নাটৰ সৰ্বাতকৈ উল্লেখনীয় কথা হল 'ৰাধা' নামৰ উল্লিখন। কালিৰাম মেধি ডাঙৰীয়াই এই শব্দটো প্ৰক্ষিপ্ত বুলি দৃঢ়ভাবে অভিমত দিছে। (১৪) কাৰণ (ক) ভাগৱত পুৰাণ আৰু বিষ্ণু পুৰাণত ৰাধাৰ নামটো নাই (খ) শংকৰদেৱৰ কীৰ্ত্তন আৰু দশমতো শব্দটিৰ অনুল্লেখ লক্ষণীয় (গ) একশৰণীয়া ধৰ্মই ৰাধা নামৰ স্থিতি গ্ৰাহ্য নকৰে (ঘ) ১২ নম্বৰ শ্লোকৰ 'ৰাধাং বিধায় হৃদয়ে তত্যাজ ব্ৰজনাৰিতঃ' অংশত থকা ৰাধাৰ ঠাইত গোপী-দিলেও ছন্দ আৰু অৰ্থৰ কোনো পৰিবৰ্তন নহয়। পাছে বৰ্তমান লৈকে কেলিগোপালৰ যিমানবোৰ পাণ্ডুলিপি পোৱা গৈছে সেই আটাইবোৰতে 'ৰাধা' নামটি পোৱা গৈছে। প্ৰক্ষিপ্ত শব্দ এটি আটাইবোৰ হস্তলিখিত পুথিত কেনেদৰে স্থান পালে সেইটো ভাবিবলগীয়া। ড° মহেশ্বৰ নেওগ (১৪) আৰু বাপ চন্দ্ৰ মহন্তই (১৫)

(১২) হৰিশ চন্দ্ৰ ভট্টাচাৰ্য—অসমীয় নাট্য সাহিত্যৰ জিলিঙনি, পিঠি [illegible];
(১৩) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য, পিঠি [illegible]
(১৪) অংকাৱলী, পাতনি, পিঠি ৫১-৫২ (১৫) M. Neog—Sankaradeva and His Times, pp 200

ভাগৱতে জয়দেৱৰ গীতগোবিন্দ আৰু বিশ্বমংগলৰ শ্ৰীকৃষ্ণস্তোত্ৰৰ অধ্যয়নৰ প্ৰভাৱত এই শব্দটি অন্তৰ্ভুক্তিৰ সম্ভাৱনা দেখিছে। ভাগৱত পুৰাণ নাইবা বিষ্ণু পুৰাণত নাথাকি'লেও পদ্মপুৰাণৰ স্বৰ্গ-খণ্ডত কিন্তু "ৰাধা" নামটো পোৱা যায়। (১৭) শংকৰদেৱে কীৰ্ত্তনৰ নাম অপৰাধ খণ্ড ৰচনা কৰোঁতে উক্ত পুৰাণৰ উপযুক্ত অংশটিক প্ৰামাণ্যৰূপে উদ্ধৃতি দিছে। গতিকে লোকৰঞ্জক 'ৰাধা' নামটি মহাপুৰুষে পদ্মপুৰাণৰ পৰাও চয়ন কৰাৰ সম্ভাৱনা একেবাৰে [illegible] কৰিব নোৱাৰি। (১৮) কেলিগোপাল নাটৰ ছয় ঠাইত ৰাধা নামটি পালেও ৰাধাক কিন্তু হ্লাদিনী শক্তিৰূপে বৰ্ণিত হোৱা নাই।

কেলিগোপাল নাটৰ ঘটনা প্ৰাত্যহিক জীৱনৰ নিৰস কথা নহয়। ইয়াৰ ঘটনাই মল্লিকা ফুলেৰে সুশোভিত ৰূপালী যমুনা তীৰৰ সংগীত মধুৰ স্বপ্নময় পৰিবেশৰ সৃষ্টি কৰে। এনে এটি পৰিবেশ সৃষ্টি কৰিবলৈ মহাপুৰুষে উপেন্দ্ৰবজ্ৰা (১ নং শ্লোক), বসন্ত তিলক (২ নং), উপজাতি (৫ আৰু ৮ নং) আৰু অনুষ্টুভ (৩, ৪, ৯-২৫ নং) ছন্দৰ উপৰি চত্ৰিশটা গীতৰ সংযোজন কৰাটো মনকৰিবলগীয়া। মাত্ৰা বৃত্ত ছন্দ ধ্বনি, মাধুৰ্য আৰু সৌকুমাৰ্য গুণ সম্পন্ন শব্দাৱলীৰ মধুৰ গুঞ্জনৰ উপৰি শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ সুষম প্ৰয়োগে গীত সমূহক উৎকৃষ্ট কাব্যৰ শাৰীলৈ উন্নৰণ কৰাইছে। বক্ৰোক্তিক কাব্যৰ প্ৰাণ ৰূপে আখ্যা দিয়া আলংকাৰিকৰ অভাৱ নাই। কেলিগোপালৰ বিভিন্ন গীতৰ মাজেদি বৰ্ণ বিন্যাস বক্ৰতা, বিশেষণ বক্ৰতা আদি বক্ৰতাৰ প্ৰকাশ মন কৰিবলগীয়া। দৃষ্টান্ত স্বৰূপ, 'বিবিন্দা বিপিন বিহাৰ—'শাৰদ শাৰদ ইন্দু পৰকাশী' (ভটিমা), দেখো সখি ঐচন নিকৰুণ কান (১০ নং গীত) আদিলৈ আঙুলিয়াব পাৰি।

কাব্যিক সৌন্দৰ্য মণ্ডিত 'কেলিগোপাল'ৰ বিভিন্ন গীত গোপীসকলৰ প্ৰেমোন্মেষ (পতিসুখ ছেজল মঙ্গল প্ৰেম সিন্ধু — ৪ নং), পূৰ্বৰাগ (শ্যাম মুৰুতি পীত অম্বৰ দাস —৩ নং), মিলনাকাংখা-(ঘন ঘন ৰাস কোকাৰে বৰগালা —৫ নং) মিলন

---

(১৭) ৰাগ ৫।২২৫—২২৬।কৰ শংকৰদেৱ, পিঠি ২৫৯ (১৮) [illegible]
: পূজাৰত্ন্যা শ্ৰীহৰি ৰাধয়া সহ।

(কেশৰ কৰহ কেলি—১১ নং), মিলনভংগৰ আশংকা (আৰত শংখচূড় উবি বাহু—১২ নং), মান অভিমান (কাহাকু হৰি হসি ককমান — ১৩ নং), বিৰহ (বিৰহ কৌতুক—ঘন ঘন মুকচি পৰয়ে বৰবালা — ১৫ নং। ঈৰ্ষাহেতুক— সতনীৰ খোজ দেখি— ২০ নং) আৰু সম্ভোগৰ (২৬-৩১ নং) বিভিন্ন অৱস্থা সুন্দৰ-ৰূপে পৰিস্ফুট কৰিব পৰাটো নাট্যকাৰৰ কৃতীত্ব। তদুপৰি দুই এটি গীতত কোমলকান্ত পদাৱলীৰ ৰচয়িতা জয়দেৱৰ গীত-গোবিন্দৰ মৃদুধ্বনি প্ৰতিধ্বনিত কৰাটো আনএটি উল্লেখযোগ্য কথা। (১৯)

নাটকীয় সংঘাত চৰিত্ৰচিত্ৰণ নাইবা সংলাপৰ বলিষ্ঠ প্ৰয়োগ 'কেলিগোপাল'ত নাথাকিলেও কাব্যিক গুণে ইয়াত এনে এটি চিক্‌মিক্ তুলিছে, যাৰ তুলনা পুৰণি অসমীয়া নাট্য সাহিত্যৰ অন্যত্ৰ বিৰল। (২০)

## (খ) ৰুক্মিণী হৰণ•

'ৰুক্মিণীহৰণ' নাটৰ ৰচনা সম্পৰ্কে কথা গুৰু চৰিতত আছে• শংকৰদেৱ ভেতিয়া পাটবাউসীত। এদিনাখন উজনিৰ অনন্ত-কন্দলিয়ে আনি ভাগৱতৰ পদ দেখাবাত গুৰুজন অসন্তুষ্ট হৈ নিজে মাধ্য আৰু শেষ দশমৰ সাৰ কাঢ়ি 'হৈলা হৰিবংশ মিশ্ৰ দি ৰুক্মিণীহৰণ।' (২১) চৰিতকাৰে হৰিবংশৰ ভেজা থকা বুলি লও পাচ নাটৰ কাহিনী অংশ ভাগৱত পুৰাণৰ লগত অভিন্ন। অবশ্যে ডেকা কালৰ ৰচনা 'ৰুক্মিণী হৰণ কাব্য'ত ভাগৱতৰ লগত হৰিবংশৰ মিশ্ৰণৰ ছায়া দেখা যায়।

দেশাতুৰীৰ মুখে শ্ৰীকৃষ্ণ আৰু ৰুক্মিণী উভয়ে উভয়ৰ ৰূপ গুণ শ্ৰৱণ কৰি পৰস্পৰে পৰস্পৰৰ প্ৰতি আকৰ্ষিত হ'ল।

(১৯) মহেন্দ্ৰ নাথ গোস্বামী—সাহিত্য চিন্তা (১৯৭০) পিঠি ১৭

(২০) M Neog—Sankaradeva and His Times pp 200

(২১) ৰাজমোহন নাথ—ৰামকৃষ্ণ নাট্য জয়ন্তী, ৪র্থ বৰ, পিঠি ৫১৭

(২২) কথা গুৰু চৰিত, পিঠি ২০৮

রুক্মিণীৰ বিবাহ কাল সমাগত হোৱাত জ্যেষ্ঠভ্ৰাতৃ রুক্মবীৰে পিতৃ-মাতৃৰ সিদ্ধান্তৰ বিপৰীতে ভনীয়েকক বিবাহ ঠিক কৰিলে চেদীৰাজ শিশুপালৰ লগত। প্ৰত্যুৎপন্নমতিসম্পন্না রুক্মিণীয়ে এই সংবাদ এজন বিশ্বস্ত ব্ৰাহ্মণক দ্বাৰকালৈ পঠাই তেওঁক হৰণ কৰি নিবলৈ কাকুতি জনালে। শ্ৰীকৃষ্ণই খবৰ পায়েই কুণ্ডিনলৈ লৰি আহিল আৰু ভৱানী মন্দিৰৰ পৰা প্ৰত্যাৱৰ্তন কৰা সময়ত রুক্মিণী দেৱীক ৰথত তুলিলৈ বলৰামৰ সহিতে বিপক্ষী নৃপতি মণ্ডলীক পৰাজিত কৰি দ্বাৰকা পালেগৈ। দ্বাৰকাত ৰীতিমতে শ্ৰীকৃষ্ণ—রুক্মিণীৰ বিবাহ সম্পন্ন হ'ল।

ভাগৱতৰ উপৰিউক্ত ঘটনাংশ বিশেষ পৰিবৰ্তন নকৰাকৈ মহাপুৰুষ শংকৰদেৱে আপোন মনৰ মাধুৰী মিলাই "রুক্মিণী হৰণ" নাটখনি লিখি উলিয়াইছে। পৰিস্থিতি উজ্জ্বল কৰি তুলিবলৈ দুই এঠাইত নাট্যকাৰে মূলক ইফাল সিফাল নকৰা নহয়। দৃষ্টান্ত স্বৰূপে, শ্ৰীকৃষ্ণ আৰু রুক্মিণীৰ গুণানুকীৰ্তন কৰা ভাট দুজনৰ নাম শংকৰদেৱে নিজাকৈ সুমতি আৰু হৰিদাস ৰাখিছে। রুক্মিণীৰ বিয়াৰ আলোচনা ভীষ্মক আৰু জ্ঞাতি-কুটুম্বৰ লগত আলোচনা কৰাটো মূলে সমৰ্থন নকৰে। এয়া সম্ভৱ ব্ৰহ্মবৈবৰ্ত পুৰাণৰ পৰা (৯৮ ১০-২০) চয়ন কৰা। 'আপুৰিয়" (১০ ৫২।৬০) আৰু "দ্বিজবৰ শ্ৰেষ্ঠ"ট শংকৰৰ হাতত বেদনিধি ৰূপ পৰিগ্ৰহ কৰিছে। শ্ৰীকৃষ্ণলৈ রুক্মিণীয়ে প্ৰেমপত্ৰ দিয়াটোও মূলত পাবলৈ নাই। একেদৰে শ্ৰীকৃষ্ণ রুক্মিণীৰ বিয়াৰ সময়ত স্বয়ং ব্ৰহ্মা কাম মোহিত হৈ মূৰ্ছা যোৱা আৰু নাৰদে সুস্থ হ'বলৈ উপদেশ দিয়াটো মূল বহিৰ্ভূত কথা।

রুক্মিণীহৰণ কাব্য আৰু নাটৰ ভিতৰতো দুই এটা ক্ষেত্ৰত পৰমিল পোৱা যায়। কাব্যত সুমতি আৰু হৰিদাসৰ নামোল্লেখ নাই। সুমালিনী ধাই নাটৰপৰা সম্পূৰ্ণৰূপে বিদায় লৈছে। বিধাতৃৰ অৱস্থিতিও নাটত বিচাৰি নাপাওঁ। কৃষ্ণ-রুক্মিণীৰ বিয়াৰ উৎসৰ্গা কালত ৰাৰহাল সৰ্বৰ মহাদেৱ লঘুহোৱা দৃশ্যটিকো নাট্যকাৰে ৰূপায়িত নকৰিলে।

কম পৰিসৰৰ ভিতৰতে রুক্মিণীহৰণৰ প্ৰতিটো চৰিত্ৰই সজীৱ আৰু চিত্তাকৰ্ষক হৈ উঠিছে। রুক্মিণীৰ চৰিত্ৰটি অংকন কাৰ্যতে নাট্যকাৰে বিশেষ গুৰুত্ব দিয়াটো স্বাভাৱিক। বেদনিধিৰ চৰিত্ৰটিও বেচ জীৱন্ত আৰু হাস্যসাধক।

অন্যান্য অংকীয়া নাটৰ দৰে 'ৰুক্মিণীহৰণ'ৰ পঞ্চ অৱস্থা আৰু পঞ্চসন্ধিৰ বিভাজন কৰিব পাৰি এনেদৰে— (ক) দেশান্তৰীৰ মুখে কৃষ্ণ-ৰুক্মিণীয়ে ৰূপ গুণ শ্ৰৱণ কৰি পৰস্পৰে পৰস্পৰৰ প্ৰতি আকৰ্ষিত হোৱাটোৱে নাটকীয় আৰম্ভ অৱস্থা আৰু মুখ সন্ধি, (খ) বেদনিধিৰ দ্বাৰকা যাত্ৰা আৰু শ্ৰীকৃষ্ণৰ কুণ্ডিন অ গমনে নাটকীয় যত্নাৱস্থা আৰু প্ৰতিমুখ সন্ধিৰ সূচনা কৰিছে (গ) ৰুক্মিণীক হৰণ কৰি নিয়া কৰ্মই প্ৰত্যাশা আৰু গৰ্ভ সন্ধি (ঘ) বিপক্ষীয় ৰজা সকলৰ লগতে ৰুক্মবীৰে শ্ৰীকৃষ্ণক বাটভেটা দি যুদ্ধ দিয়া ঘটনাই নিয়তাপ্তি আৰু বিমৰ্ষ সন্ধিৰ বিভাজন আনি দিছে আৰু ৰুক্মীৰক পৰাজয় কৰি দ্বাৰকাত নায়ক-নায়িকাৰ বিবাহ সম্পাদন ফলাগম আৰু নিৰ্বহন সন্ধিৰ অন্তিমৰেখা উজলাই তুলিছে।

ৰুক্মিণী হৰণৰ মূলৰস ভক্তি। এই ভক্তিয়ে মধুৰভাৱৰ ভিতৰেদি পৰিপূৰ্ণতা লাভ কৰিছে। বাহ্যিক দৃষ্টিত ভজনীয় ঈশ্বৰ আৰু শৃংগাৰ ৰসাত্মক কাহিনীৰ নায়ক-এই দুয়োটা পৰস্পৰ বিৰোধী হ'লেও ভক্তিয় সেই বিৰোধ ভাৱ আঁতৰাই দিছে "হে সামাজিক পৰম গুৰু নাৰায়ণ যাহেৰি অংশ অৱতৰি বাৰম্বাৰ ভূমিক ভাৰ হৰয়, সোহি ভগৱন্ত শ্ৰীকৃষ্ণ।"

ৰুক্মিণী হৰণৰ সৰাতোকৈ উজ্জ্বল অংশ হ'ল ইয়াৰ অন্তৰ্ভুক্ত একুৰি ষোলটা ৰাগ ৰাগিনী যুক্ত গীতৰ সংযোজন। কেলিগোপাল নাটৰ দৰে ইয়াৰো গীতসমূহে বিভিন্ন অ গীৰস আৰু নায়ক নায়িকাৰ মানসিক অৱস্থা পোজ্জ্বল কৰি তোলাৰ বিশেষ সহায়ক হৈছে। দৃষ্টান্ত স্বৰূপ 'প্ৰিয়া কেৰি জগত নিবাস' (৬নং) আৰু 'কৈচন কেশৱ দৰশন হোই' (৮নং) গীত দুটাৰে পূৰ্বৰাগ, 'পৰম পুৰুষ পিউ ভেলি মুৰাৰু (৯নং) গীতটোৰ মাজেদি মিলনোৎকণ্ঠা, 'হৰি বিনে ৰমণী দেখয় অন্ধিয়াৰি' (১১ নং) গীতটিৰ বিৰহ, 'মাৰি মদন শৰে ৰাক মাৰ নৰাশা' (১৮ নং) 'হৰি হৰি কিনো বিধি লিখি ল ললাট (২৫ নং) প্ৰভৃতি গীতৰ মাজেদি মিলনভংগৰ আশংকা 'জগ জ্যোতি উৎসুক চললি মধাই' (২৯ নং) গীতটিৰে মিলন অংক 'ৰহত নিহ ৰ কৰত বিহাৰ মুৰাৰু' (৩৫ নং) গীতটিৰ ৰুক্মিণীৰ সম্ভোগৰ ছবিখনি পৰিস্ফুট কৰি তোলা হৈছে।

ভক্তিৰসৰ আনুষংগিকৰূপে প্ৰকাশিত কৰুণ (১২ নং), বীৰ (২৮ নং), ৰৌদ্ৰ (২৬ নং) আৰু আদিৰসৰ পৃথানৰ (২৯, ৩২ নং) ৰসবো প্ৰকাশ পাইছে গীত সমূহৰ মাজেৰেই । একাধিক ৰাজাবুদ্ধ ছন্দসজ্জাৰ বৃত্যনুপ্ৰাস, অনুপ্ৰাস, উপমা, উৎপ্ৰেক্ষা, শ্লেষ, পৰ্যায়োক্তি প্ৰমুখ্যে বিভিন্ন শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ প্ৰয়োগ আৰু মাধুৰ্যভাৱব্যঞ্জক শব্দৰাজিৰ সুষম প্ৰয়োগে ইয়াৰ গীতিতত্বক অপূৰ্ব কাব্যিক সৌন্দৰ্য প্ৰদান কৰিছে ।

## (ঙ) পাৰিজাত হৰণ

দ্বিতীয়বাৰ তীৰ্থভ্ৰমণৰ পাচত ৰামৰায় আতাৰ অনুৰোধত 'পাৰিজাত হেন নাম অংক মহা অনুপাম কৰিলা শংকৰ তাত পাছে ।' (২২) বাস্তবধৰ্মী সংলাপৰ সংযোজন, আৰু পাৰস্পৰিক বৈপৰীত্য আৰু সাদৃশ্যৰ ভেটিত অংকিত চৰিত্ৰৰ মনোৰম সমাৱেশে 'পাৰিজাত হৰণ'ক এখনি অনুপম অংকীয়া নাটৰূপে উপস্থাপন কৰাত সহায় কৰে । (২৩) এই নাটৰ কাহিনীভাগ ভাগৱত পুৰাণ (১০।৫৯ ৩৮ ৪১), বিষ্ণু পুৰাণ (৫।২৯ ৩১) আৰু হৰিবংশৰ বিষ্ণু পৰ্বত (৬৪ ৮১) পোৱা যায় । ভাগৱত পুৰাণৰ কাহিনী বৰ চমু । পুৰ পত্নীৰ মতে নৰকাসুৰক নিধন কৰি ভগৱান শ্ৰীকৃষ্ণই স্বৰ্গলৈ গৈ ইন্দ্ৰক পৰাভূত কৰি পাৰিজাত ফুল দ্বাৰকালৈ লৈ আহে । হৰিবংশত নৰকাসুৰ বধ আৰু পাৰিজাত হৰণৰ কাহিনীয়ে সুদীৰ্ঘ ৩৩টা অধ্যায় সামৰিছে৷ মনকৰিবলগীয়া । এইখনিত পাণ্ডৱ সুৰসকলৰ আবেদনত নৰকাসুৰক বধ কৰি শ্ৰীকৃষ্ণই দ্বাৰকালৈ উভতি আহি প্ৰিয়পত্নী ৰুক্মিণীৰ ব্ৰত সমাধা কৰিবলৈ সপত্নী সমন্বিত ৰৈৱত পৰ্বত পাইছেগে । তাতেই নাৰদে আহি শ্ৰীকৃষ্ণক পাৰিজাত এপাহ উপহাৰ দিয়ে । বাসুদেৱে সেই পাহ ফুলকে ৰুক্মিণীৰ খোপাত পিন্ধাই দিয়া সংবাদ এজনী দাসীয়ে নি সত্যভামাক

(২২) ৰামচৰণ ঠাকুৰৰ শংকৰ চৰিত, পদ ৩৬৩২ (২৩) M. Neog Sankaradeva and His Times pp 203, সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য, পিঠি ৪৫

বিয়াত শ্ৰেষ্ঠ অভিমান পাতে"। অন্তৰ্যামী কৃষ্ণই সেইদিনা সত্যভামাক লগতলৈ স্বৰ্গলৈ যায় আৰু ইন্দ্ৰক ৰণত পৰাজিত কৰি আনি এপাহ পাৰিজাত আনি সত্যভামাক উপহাৰ দিয়ে। হৰিবংশত শ্ৰীকৃষ্ণৰ নৰকাসুৰ বধৰ লগত পাৰিজাত হৰণৰ কাহিনী সমিল-মিল হোৱা নাই। আনহাতে ভাগৱত পুৰাণত শ্ৰীকৃষ্ণই একে যাত্ৰাতে' দুয়োটা কৰ্ম সম্পাদন কৰাত সিহঁতৰ মাজত এটি ক্ষীণ যোগসূত্ৰ ধৰা পৰে। মহাপুৰুষ শংকৰদেৱে তেওঁৰ পাৰিজাত হৰণ'ত ভাগৱত পুৰাণৰ কাহিনীক্ৰম অনুসৰণ কৰিলেও সত্যভামাৰ মান অভিমান অংশত হৰিবংশৰ প্ৰভাৱ লক্ষ্য কৰা যায়। নাৰদৰ চৰিত্ৰ আৰু শচী-সত্যভামাৰ বাক্‌যুদ্ধ অসমীয়া নাট্যকাৰৰ বিৰল প্ৰতিভাৰ স্বাক্ষৰ।

'পাৰিজাত হৰণ'ৰ নাৰী চৰিত্ৰ কেইটিয়ে আমাক সহজে আকৰ্ষণ কৰে। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাৰ ভাষাত এই নাটত সত্যভামা আৰু ৰুক্মিণীক বৈপৰীত্যৰ ভেটিত আৰু শচী আৰু সত্যভামাক সমধৰ্মিতাৰ ভেটিত ওচৰা ওচৰিকৈ স্থাপন কৰি অংকন কৰিছে। (২৪) স্বামী পৰায়ণা স্বল্পভাষিণী ৰুক্মিণীৰ কথা আৰু কৰ্মৰ মৃদুতাই প্ৰধান সম্পদ ৰুক্মিণীৰ বিপৰীত হিন্দুত স্থিৰৰ। সত্যভামা ঈৰ্ষা পৰায়ণা, অভিমানিনী, প্ৰগল্‌ভা আৰু অত্যন্ত গৰ্বিতা। সতিনী ৰুক্মিণীক পাৰিজাত দিয়া শুনি তেওঁকা সেই ফুল এপাহ আনি দিবলৈ গিৰিয়েকক প্ৰতিজ্ঞাৱদ্ধ কৰাতে ক্ষান্ত নহৈ কোপভৰে কৈছে—'হে স্বামি! হামাৰ বহুত সতিনী। ইবাৰ পৰিজাত আনি কোন স্ত্ৰীক দেব, তাহ বুঝয়ে নাহি। হামু কদাচিত্তো তোহাৰি সংগ নাহি ছোড়ব।'

শ্ৰীকৃষ্ণৰ লগত লৈ সত্যভামা স্বৰ্গ পালেগৈ। দেৱপুৰীত পাৰিজাতৰ কাৰণে যুদ্ধ লাগিলে দুখন। এখন ইন্দ্ৰ-উপেন্দ্ৰৰ আৰু আনখন শচী-সত্যভামাৰ। প্ৰথম খনতকৈ দ্বিতীয় খন যেন একাঠি চৰা। কিয়নো প্ৰথমখনত ব্যৱহাৰ হৈছিল অস্ত্ৰ, কিন্তু দ্বিতীয়খনত প্ৰয়োগ হৈছিল জিভা। জিভাৰ ৰণত সত্যভামা পৰিমৰা নহয়। ইন্দ্ৰক পৰাভূত কৰি পুলিয়ে পোখাই পাৰিজাত আনি সত্যভামাক বিয়াত ভেটি পোনতে ৰুক্মিণীৰ ওচৰলৈ গৈ "হামাৰ সৌভাগ্যক

(২৪) অসমীয়া নাট্য সাহিত্য পৃঃ, ৪৭

চৰিত্ৰ [illegible] আৰু উপজাতি সকলৰ চৰিত্ৰ প্ৰোকৰালায়ো নাট্যকাৰৰ [illegible] দিশত প্ৰয়োগ পোৱা যায়।

[illegible] ভগৱান শ্ৰীকৃষ্ণৰ মাহাত্ম্য প্ৰকাশৰ যোগেদি অঙ্গীৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদনেই নাটখনিৰ মূল লক্ষ্য হ'লেও ইন্দ্ৰ-উপেন্দ্ৰৰ কাজিয়াৰ সৃষ্টি, নৰকাসুৰ বধৰ পাছত বসুমতীৰ বিলাপত করুণ, নাৰদৰ কাৰ্য কৰ্মণিকাত হাস্য, শচী সত্যভামাৰ [illegible] বীভৎস আৰু [illegible] পাৰিজাত [illegible] আক্ৰমণৰ পাছত 'জগতৰ জীৱন মধ্যাই [illegible] কৌতুক কেলি [illegible] কাহিনী মিলাই ৰ বৰ্ণনাত আদিৰসে [illegible] মধ্যে [illegible] পাইছে। নাট্যশাস্ত্ৰত বিবৃত নাটকীয় [illegible] আৰু পঞ্চসন্ধিৰ অৱস্থিতি এই নাটখনিত লক্ষ্য কৰিব [illegible] নাৰদ স্বৰ্গৰ পৰা পাৰিজাত এপাহ আনি শ্ৰীকৃষ্ণক [illegible] দিয়াই আৰম্ভ আৰু মুখ সন্ধি, নৰকক বধি শ্ৰীকৃষ্ণই স্বৰ্গলৈ গৈ পাৰিজাত আনয়নৰ প্ৰযত্নই নাটকৰো প্ৰযত্ন আৰু প্ৰতিমুখ সন্ধি, ইন্দ্ৰৰ পাৰিজাত দিবলৈ অসম্মতি প্ৰদান আৰু ইন্দ্ৰ-কৃষ্ণৰ ৰণে প্ৰাপ্ত্যাশা আৰু গৰ্ভ সন্ধি, যুদ্ধত পৰাজিত হৈ ইন্দ্ৰই শ্ৰীকৃষ্ণৰ হাতত পাৰিজাত ফুল অৰ্পণ কৰা কথাই 'নিয়তাপ্তি' আৰু বিমৰ্শ সন্ধি আৰু শেষত সত্যভামাৰ হাতত শ্ৰীকৃষ্ণই পৰিজাত ফুল আগবঢ়োৱাৰ লগে লগে কাহিনীৰ ফলাগম অৱস্থা আৰু নিৰ্বহন সন্ধিৰ অন্তিম ৰেখা উজলাই তুলিছে।

কালিৰাম মেধি (২৬), ড° বিৰিঞ্চি কুমাৰ বৰুৱা (২৭) আৰু ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য (২৮) প্ৰভৃতি পণ্ডিত সকলে শংকৰ দেৱৰ পাৰিজাত হৰণ নাট মৈথিলী নাট্যকাৰ উমাপতি উপাধ্যায়ৰ একে নামৰ নাটৰ প্ৰভাৱত ৰচিত হোৱাৰ সন্দেহ প্ৰকাশ কৰিছিল যদিও অধুনা সমালোচক সকলে উমাপতিৰ আবিৰ্ভাৱ কাল সপ্তদশ শতাব্দীলৈ ঠেলিছে। (২৯) তদুপৰি ড° কৃষ্ণপ্ৰসাদ মাগধে স্পষ্ট ধৰ

(২৬) অংকাৱলী, পাতনি পিঠি ১৪, (২৭) অংকীয়া নাট, ভূমিকা, পিঠি ১১ আৰু Sankaradeva Vaisnava Saint of Assam pp 77 (২৮) H C. Bhattacharyya—Origin and Development of Assamese Drama and Stage. pp 6 (২৯) J. K. Misra—A History of Maithili Literature (1949)

সম্পন্ন কৰাত অসুবিধা নাপা'লে। কৃতজ্ঞতাৰ চিনস্বৰূপে ঋষি বিশ্বামিত্ৰই তেতিয়া ৰাম-লক্ষ্মণদুয়োকে মিথিলাৰ ৰাজৰ্ষি জনক-নন্দিনী সীতাৰ স্বয়ম্বৰ সভালৈ লৈ গ'ল আৰু ৰামচন্দ্ৰই অজগৱ ধনু ভাঙি সীতাদেৱীক লাভ কৰে। মিথিলাৰ পৰা ঘাৰকালৈ প্ৰত্যাৱৰ্ত্তন কৰোঁতে পৰশুৰামে ৰামচন্দ্ৰক আগভেটি ধৰাত ৰাঘৱে শৰমাৰি কৰিলে—ভৃগুৰামৰ স্বৰ্গপথ ৰুদ্ধ।

কম পৰিসৰৰ ভিতৰত ভালেখিনি কথা সামৰি ল'ব লগীয়া হোৱাত নাট্যকাৰে প্ৰাসংগিক বহুতো কাহিনী পৰিহাৰ কৰাৰ উপৰি একাধিক স্থানত বাল্মিকীৰ পৰা আঁতৰি অহাও দেখা পাওঁ। দৃষ্টান্ত স্বৰূপে, (ক) বাল্মিকী ৰামায়ণত দশৰথে বশিষ্ঠৰ কথামতে ৰাম লক্ষ্মণক বিশ্বামিত্ৰৰ হাতত গটাই দিয়ে। নাটত বশিষ্ঠৰ অনুল্লেখ লক্ষণীয়। তদুপৰি ঋষি বিশ্বামিত্ৰই ৰাম লক্ষ্মণক দিয়া বলা অতিবালা বিদ্যাৰো উল্লেখ নাট্যকাৰে কৰা নাই। (খ) ৰাম-লক্ষ্মণ মুনিৰ লগত মিথিলালৈ কৰা যাত্ৰা প্ৰসংগত মূলত এটি বালসুলভ বৰ্ণনা পাওঁ। দুই ভাতৃ যজ্ঞ ভূমিলৈ যোৱাৰ উদ্দেশ্য ধনুখন চোৱাহে জানকীক লাভ কৰা নহয়। আনহাতে নাটত বিশ্বামিত্ৰই প্ৰত্যুপকাৰ কৰিবলৈ জানকীৰ ৰূপগুণ বৰ্ণাই ৰামৰ মনত পূৰ্বৰাগৰ সঞ্চাৰ কৰি মিথিলাত উপস্থিত হৈছেহি। (গ) ৰামৰ প্ৰতি সীতাৰ অনুৰাগ ব্যক্ত কৰিবলৈ নাট্যকাৰে জানকীক 'জাতিস্মৰ' কন্যাৰূপে চিত্ৰিত কৰিছে। মূলত এই কথা উত্তৰাকাণ্ডতহে পাওঁ। 'জাতিস্মৰত্ব প্ৰয়োগ কৰি একফালে সীতাৰ অনুৰাগ আৰু বিৰহৰ সংগতি দেখুওৱা হৈছে আৰু আনফালে কৰ্মফল, পূৰ্বজন্ম ভাৱসমূহৰ জন্মান্তৰ স্থায়িত্ব আৰু ভকতিৰ মহিমাও দেখুৱা হৈছে।' (৩১) (ঘ) সীতাক হৰধনু ভাঙি জনাৰ পথত পৰশুৰামৰ লগত হোৱা তৰ্ক যুদ্ধ মূলে সমৰ্থন নকৰে। তদুপৰি স্বয়ম্বৰ সভাত সীতাৰ অনুপম সৌন্দৰ্যত মুগ্ধ হৈ ৰজা সকল মূৰ্চ্ছা যোৱা আৰু কুশডিকাৰ কালত বিশ্বামিত্ৰও আত্মমুগ্ধ হৈ অচেতন হোৱা কথা নাট্যকাৰৰ সৃজনী প্ৰতিভাৰ স্বাক্ষৰ। (ঙ) নাট্যকাৰে বাল্মিকীৰ উপৰি মহানাটক বা হনুমন্নাটকৰ দ্বাৰাও নাটত দুই

---

(৩১) ৰামবিজয় নাট পিঠি ১২

এঠাইত প্ৰতিধ্বনিত কথাটো উল্লেখযোগ্য। উদাহৰণ স্বৰূপে, মহানাটকৰ প্ৰথম অংকৰ ৪০ নং শ্লোকৰ 'পৃথ্বি স্থিৰাভৱ, ভুজংগম ধাৰয়ৈনাং ত্বং কূৰ্মৰাজ তদিদং দ্বিতয়ং দধীথা" কথাৰ আলমত শংকৰদেৱে লিখিছে—"হে মাতা বসুমতি তুহু থিৰ হয়া বহব। হে পিতা অনন্ত তুহু ভয় কায় পৃথিবীক ধৰব। হে ঈশ্বৰ কূৰ্মৰাজ তুহু অনন্তক পৃথ্বিক সমন্ধ ধৰব।' (৩২)

সংস্কৃত নাট্যশাস্ত্ৰ অনুযায়ী ৰামৰ আগত বিশ্বামিত্ৰৰ দ্বাৰা জানকীৰ ৰূপ-গুণ বৰ্ণনা কৰাই নাটকীয় আৰম্ভ অৱস্থা আৰু মুখসন্ধি, ৰাঘৱৰ মিথিলা যাত্ৰা আৰু হৰধনু ভংগৰ প্ৰচেষ্টাই 'প্ৰযত্ন' আৰু প্ৰতিমুখ সন্ধি, হৰধনু ভংগৰ পাচত সীতাৰ স্বামীবৰণ প্ৰাপ্ত্যাশা' আৰু গৰ্ভসন্ধি, পৰশুৰাম ৰামচন্দ্ৰৰ পথ আগুলি ধৰাই নিয়তাপ্তি অৱস্থা আৰু বিমৰ্ষ সন্ধি আৰু অৱশেষত অযোধ্যা নগৰীত সীতাৰামৰ মিলনৰ দৃশ্যই এফালে ফলাগমাৱস্থা আৰু আনফালে "নিৰ্বহন' সন্ধিৰ সীমাত উপনীত তুলিছে।

শ্ৰীৰাম বিজয় নাটৰ মূল ৰস শান্ত। শান্ত ৰসৰ ভিতৰেদি ভক্তিৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিবলৈ বিভিন্ন অংগীৰস ৰূপে অবশ্যে বীৰ, কৰুণ ভয়ানক, ৰৌদ্ৰ, হাঁস্য আৰু শৃংগাৰ ৰসৰ প্ৰকাশ মনকৰিবলগীয়া। (৩৩) গীত, ভটিমা, সংলাপ আৰু নাট্য বস্তুৰ উপস্থাপন ৰীতিত শ্ৰীৰাম বিজয় নাটৰ লৈতে ৰুক্মিণী হৰণ নাটৰ ভালেখিনি সাদৃশ্য সুপৰিলক্ষিত। দুয়োখনি নাট ৰচনাৰ চা পাৰ্থক্যনেই হয়তো ইয়াৰ কাৰণ হয়।

চৰিত্ৰ পৰিবেশৰ মাজত কম বেছি পৰিমাণে আটাইকেইটা বিবুদ্ধ আত্ম প্ৰকাশৰ সুবিধা পাইছে।' ড॰ সত্যেন্দ্ৰনাথ শৰ্মাৰ ভাষাত—'বৃদ্ধ দশৰথৰ পুত্ৰবৎসলতা, ৰামৰ বিনয় আৰু শৌৰ্য সীতাৰ ৰামৰ প্ৰতি আসক্তি আৰু ভেউক পোৱা-নোপোৱাতলৈ গভীৰ উদ্বেগ, শংকা আৰু ভয়, পৰশুৰামৰ ঔদ্ধত্য আৰু দৰ্প নাট্যকাৰে সুন্দৰভাৱে প্ৰকাশ কৰিছে।' (৩৪)

---

(৩২) মুকুন্দ মাধৱ শৰ্মা—উপমা কালিদাসস্য (১৯৭২) শ্ৰী 'ৰামবিজয় নাটৰ ৰস বিচাৰ হইবা (৩৩) যতীন্দ্ৰ নাথ গোস্বামী—সাহিত্য চিন্তা, পিঠি ১০২-১৩ (৩৪) সত্যেন্দ্ৰ নাথ শৰ্মা—অসমীয়া নাট্য সাহিত্য, পিঠি ৫৬

## ॥ শংকৰদেৱৰ গীত-প্ৰবন্ধ ॥

মহাপুৰুষ শংকৰদেৱৰ অসামান্য সৃজনী প্ৰতিভাৰ অন্য এটি আলোকোজ্জ্বল দিশ হ'ল—গীত-প্ৰবন্ধৰাজি। বৰগীত, অংকৰগীত আৰু ভটিমা—এই ত্ৰিধাৰাত বিভাজিত হৈ শংকৰদেৱৰ গীতি-ধাৰাই সফলতাৰ তুংগ শিখৰলৈ উত্তৰণ কৰিছে। 'বৰগীত নামটিৰ প্ৰথম প্ৰয়োগৰ ইতিহাস আজিও অজ্ঞাত। দুয়োজনা মহাপুৰুষে তেওঁলোকৰ দ্বাৰা বিৰচিত গীতিগুচ্ছক অৱশ্যে এই নামেৰে শ্ৰেণীবদ্ধ নকৰাটো খাটাং। (১) কাৰো কাৰো বিশ্বাসমতে গুৰুজনাৰ আজ্ঞাত মাধৱদেৱে গীতৰ পুথিখনি ৰচনা কৰা কালতে তেওঁ গুৰুজনাৰ আদেশত শিৰোৰক "বৰগীত" নামেৰে অভিহিত কৰে (২)। কথাগুৰু চৰিতত পাওঁ—'গুৰুজনে যেনকৈ বোলে, ৰবা গো, অনেক শ্ৰমকৈ গীতখানি কৈলো। পুইলে, গীত কিছু কৰা আছি নকৰো আৰু। তেহে মাধৱ দেৱে গুৰুবাক্যে ধৰি কৰিছে। আইতসকলৰ মুখত বোলা আগে শুনি বিহা গাবি কৰে দি মাকত চোট আতাই গীত কৈলে নকুৰি এঘাৰটা বৰগীত হয় বলে চোৰ চাকুৰী।' (৩) মহাপুৰুষ দুজনাৰ বাদে আন বৈষ্ণৱ কবিৰদ্বাৰা ৰচিত একেধৰণৰ গীতক বৰগীত নুবুলি 'গীত' আখ্যা দিয়াটো তাৎপৰ্যপূৰ্ণ।

---

(১) বীৰেন্দ্ৰ নাথ দত্ত—অসমীয়া সংগীতৰ ঐতিহ্য (১৯৭৭) পিঠি-১৬
(২) মহেশ্বৰ নেওগ সম্পাঃ—বৰবেৰাত বৰগীত (১৯৫৮) পিঠি ১৫
(৩) কথা-গুৰুচৰিত, পিঠি ২১২ ১০

উচ্চ নৈতিক ভাব সম্পন্ন গীতক কোনো কোনোৱে বৰগীত আখ্যা দিব খোজে (৪)। সন্দেহ নাই, শংকৰ-মাধৱৰ ভালেখিনি গীত উচ্চ নৈতিক ভাবৰ। পাচে মহাপুৰুষদ্বয়ৰ এনে একাধিক গীতো আছে—যিবোৰৰ বিষয়বস্তু বকাসুৰ বধ, গোপ বালকেৰে সৈতে কৰা খেল-ধেমালি নাইবা শ্ৰীকৃষ্ণৰ অংগৰ ভূষণ হৰণ কৰা। অথচ সিবোৰো বৰগীত ৰূপেই পৰিচিত। সেই দৰে আৰু কোনোৱে সংগীত শাস্ত্ৰৰ নিয়ম মানি ৰচনা কৰা হিন্দুস্থানী "বড়াগানা" জাতীয় শব্দৰ পৰা বৰগীতৰ জন্মৰ ৰূপৰেখা টানি তাৰ বিপৰীতে আন আন গীতবোৰক "ক্ষুদ্ৰগীত"ৰ অন্তৰ্ভুক্ত কৰিব খোজে। অৱশ্যে সৰ্বসাধাৰণে বৈষ্ণৱ সকলৰ গীতৰ মাজত এটা ভাগক বিশেষ এখনি স্থান দি শংকৰ-মাধৱৰ একশ্ৰেণী গীতক 'বৰগীত' ৰূপে অভিহিত কৰে। (৫)

পদ্যনিবন্ধ গীতেই প্ৰবন্ধ। ইবোৰ বদ্ধ বা অনিবদ্ধ উভয়ে হ'ব পাৰে। সংগীতবেত্তা সকলে প্ৰবন্ধৰ চাৰিটা অৱয়ৱ আৰু ছটা অংগৰ অৱস্থিতি মানি লোৱা দেখা যায়। প্ৰথম অৱয়ৱ ধ্ৰুৱ বা ধ্ৰুৱক ৰূপে পৰিচিত। এই অংশত গীতৰ বিষয়বস্তুৰ চমু আভাস থাকে আৰু পৰৱৰ্তী প্ৰতিটো অৱয়ৱৰ অন্তত প্ৰথম অৱয়ৱটো পুনৰ গাই বিশ্ৰাম লয়। পাচৰ পদ অংশহে গীতৰ প্ৰকৃত বিষয় বস্তু জ্ঞাপক। অন্তৰা, সঞ্চাৰী আৰু আভোগ—এই তিনিটা ভাগত পদাংশ বিভাজিত। আভোগ অংশত থাকে গীতিকাৰৰ ভণিতা। (৬)

বৰগীতৰ বিভিন্ন গুণলৈ লক্ষ্য ৰাখি ইয়াক ড০ বাণীকান্ত কাকতিয়ে noble numbers, কালিৰাম মেধিয়ে great song বা song celestial আৰু দেৱেন্দ্ৰনাথ বেজবৰুৱাই holy songs আখ্যা দিছে। ড০ মহেশ্বৰ নেওগে উপৰিউক্ত আলোচক সকলৰ সংজ্ঞাৰ আলোকত ইয়াৰ অধিক অৰ্থবহ সংজ্ঞা দিব খুজিছে এনেদৰে : সংগীত শাস্ত্ৰীয় বিধান ব্যৱস্থা নিয়ম মানি চলিলেই বৰগীত নহয় ; বৰগীতৰ আৰু কেইটিমান বিশেষত্ব

(৪) বাণীকান্ত কাকতি—পুৰণি অসমীয়া সাহিত্য, পিঠি ৭৩ (৫) বেজবৰুৱা—বৰগীত, পিঠি ১৬ (৬) ৰাজমোহন নাথ—শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত (১৯৫৫) পিঠি ॥০

আছে। বৰগীত সাংসাৰিক জগতৰ প্ৰেম কাহিনীৰ পৰা সম্পূৰ্ণ মুক্ত, আধ্যাত্মিক ভাবৰ উপাসনা প্ৰসংগৰ গীত। (৭)

বৰগীতবোৰ বিভিন্ন ৰাগত বন্ধা। ইয়াত অহিৰ, আশোৱাৰী, কল্যান, কেদাৰ, গৌৰী, বসন্ত, ধনশ্ৰী, নাট-মল্লাৰ, বসন্ত ভূপালী, মাহুৰ ধনশ্ৰী, শ্ৰী আৰু সুহাই—এই কেইটা ৰাগৰ অৱস্থিতি লক্ষ্য কৰোঁ। (৮) বৰগীতত তালৰ অনুল্লেখ মন কৰিব লগীয়া।

শংকৰদেৱে প্ৰথমবাৰ তীৰ্থভ্ৰমণ কৰোঁতে বদৰিকাশ্ৰমত উপস্থিত হৈ পোন প্ৰথমে ৰচনা কৰে "মন মেৰি ৰাম চৰণহি লাগু" বৰগীতটি। (৯) ইয়াৰ পাচত ছকুৰি বৰগীতৰ সৃষ্টি। অৱশ্যে সিবোৰ বৰপেটাৰ কমলা গায়নে আওৰাবলৈ নিওঁতে চুঁতমহীয়া বনপোৱাজুইত পোৰা গ'ল—বিভিন্নজন পাঠকৰ স্মৃতিৰ পৰা মাথো চৌত্ৰিশটা বৰগীত উদ্ধাৰ কৰিব পৰা হ'ল (১০)।

বৈষ্ণৱ ঐতিহ্য অনুযায়ী বৰগীত সমূহ ছটা শ্ৰেণীত বিভাজিত—(ক) লীলা (খ) বিৰহ (গ) বিৰক্তি (ঘ) পৰমাৰ্থ (ঙ) চোৰ আৰু (চ) চাতুৰী। ভগৱান শ্ৰীকৃষ্ণৰ বিভিন্ন লীলাৰ বিচিত্ৰ কাৰ্যই গীতি গুচ্ছৰ বৰ্ণনীয় বিষয়। লীলা বিষয়ৰ গীতবোৰৰ আকৌ চাৰিটা উপবিভাগ আছে—জাগৰণ, চালন, খেলন আৰু নৃত্য। "যশোদাই পুৱা কৃষ্ণক টো পানিৰ পৰা জগাই, খুৱাই-বোৱাই, পিন্ধাই উঠাই, সমনীয়া গোপবালকৰ লগত গৰু চৰাবলৈ পঠোৱা চিত্ৰসমূহ জাগৰণ গীতত বৰ্ণোৱা হয়। আভীৰ বালকৰ লগত বৃন্দাবনলৈ গৰু চাৰিবলৈ যোৱা আৰু সন্ধিয়া গৰু লৈ ঘৰলৈ উভতি অহাৰ বিৱৰণ চালন গীতত আছে। বৃন্দাবন বা যমুনাৰ বালিত গৰু চৰিবলৈ এৰি দি সমনীয়া গোপ বালকৰ লগত কৃষ্ণই খেল-ধেমালি কৰাৰ বৰ্ণনা খেলনৰ গীত সমূহত প্ৰকাশ হৈছে। সমনীয়া সকলৰ সংগত নতুবা গোপীসকলৰ মাজত নৃত্যৰত কৃষ্ণৰ বৰ্ণনাই হৈছে নৃত্য-গীতৰ বিষয়বস্তু।" (১১)

---

(৭) মহেশ্বৰ নেওগ—অসমীয়া সাহিত্যৰ ৰূপৰেখা, পিঠি ১১১ (৮) ৰৰৰেখাত ৰৰগীত, পিঠি ৫৫-২৬ (৯) বৰদোৱা—গুৰুচৰিত, পিঠি ৫৭ (১০) M. Neog—The bhakti cycle of Assamese Lyrics. Journ of the G. U. I pp 54 (১১) বিৰিঞ্চি কুমাৰ বৰুৱা সম্পা০—শ্ৰীৰাম আতা আৰু শ্ৰীবাবানন্দ দেৱৰ গীত (১৯৫৪) পিঠি ১৩-১৭

দেৱৰ দৃষ্টিত ৰাম কৃষ্ণৰ কোনো প্ৰভেদ নাই। ৰামচন্দ্ৰৰ জয় যাত্ৰাৰ বৰগীতটি (৩নং) এই দিশৰ পৰা স্মৰণযোগ্য। গীতটিৰ শব্দচয়ন, ছন্দ বৈচিত্ৰ্য আৰু অলংকাৰ প্ৰয়োগৰ প্ৰাচুৰ্যই ইয়াক এনে অপূৰ্ব শ্ৰী প্ৰদান কৰিছে যে যাৰ তুলনা অন্যত্ৰ বিৰল। অৱশ্যে অন্যান্য বৰগীতসমূহতো অনুপ্ৰাস, যমক, উৎপ্ৰেক্ষা, বিৰোধ আৰু স্বভাৱোক্তি অলংকাৰৰ প্ৰয়োগৰ উপেক্ষা কৰিব নোৱাৰি। (১৫) ভক্তিৰসাত্মক এই বৰগীতবোৰৰ ভাব আৰু ভাষাত মৈথিল কোকিল বিদ্যাপতিৰ (১৬) উপৰি চৰ্যাপদৰো পৰোক্ষ প্ৰভাৱ লক্ষণীয় কথা। (১৭)

বৰগীতৰ দৰে নাটৰ গীতবোৰো ৰাগবিশিষ্ট। অৱশ্যে বৰগীতৰদৰে সিবোৰ ৰস সম্পূৰ্ণ নহয়। উপদেশৰ বাণী তাত তেনেই সীমিত আৰু প্ৰসংগৰ প্ৰাৱল্যত সিহঁতক গোৱাৰো কোনো ব্যৱস্থা নাই। হ'লেও ছন্দ বৈচিত্ৰ, অলংকাৰ প্ৰয়োগ আৰু শব্দচয়নৰ কাৰণে পৰা সিবোৰ বৰগীতভকৈ নিম্নমানৰ বুলিব নোৱাৰি।

মহাপুৰুষৰ 'নাটকীয় ভটিমা'ৰ বিষয়ে ইতিমধ্যে আভাস এটি দিয়া হৈছে। নাটকীয় ভটিমাৰ উপৰি দেৱ ভটিমা আৰু ৰাজ ভটিমাবিলাকো সৌন্দৰ্য বিবৰ্জিত নহয়। 'বন্দো গোবিন্দ গোপী জনমাকন্দ' আৰু "জয় জগদীশ ঈশ ভয়হাৰী" এই দেৱ ভটিমা দুটিত প্ৰকাশ পাইছে ভগৱান শ্ৰীকৃষ্ণৰ বাল্য লীলাৰ বৈদিক চিত্ৰ। তিনিটা অংশত বিভাজিত "জয় জয় মল্ল নৃপতি ৰসৱান" শীৰ্ষক ৰাজ ভটিমাটিত মহাৰাজ নৰ-নাৰায়ণৰ শৌৰ্য-বীৰ্যৰ প্ৰশস্তি কৰিত হৈছে'।

শংকৰদেৱৰ গীত-প্ৰবন্ধ সমূহ বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰত বিশেষ সহায়ক আছিল। ড° বাণীকান্ত কাকতিয়ে ক'বৰ দৰে, 'পাখি লগা কাঁড়ৰ দৰে শংকৰ আৰু মাধৱদেৱৰ গীতবোৰ উৰি বুলি য'তে পৰিছিল ত'তে নৱ আধ্যাত্মিক ভাৱৰ গুটি সিঁচিছিল।' (১৮) চৰিত পুথিবোৰত ইয়াৰ একাধিক দৃষ্টান্ত সংৰক্ষিত হৈছে। ৰামচৰণ ঠাকুৰ আৰু দৈত্যাৰি ঠাকুৰে শংকৰদেৱৰ ভকত শিষ্যৰ লোৱাই ইয়াৰ উৎকৃষ্ট উদাহৰণ।

---

(১৫) B. P. Chaliha ed—Sankaradeva 128-30 (১৬) হৰিমোহন দাস সম্পাদিত মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ বৰগীত (২য় ভাং ১৮৭১ শক) দ্ৰষ্টব্য। (১৭) সৰ্বাক্ষিত ৰাজবিকা—চৰ্যাপদ (১৩৭০) পিঠি ৫১-৬০। (১৮) বাণীকান্ত কাকতি—পুৰণি অসমীয়া সাহিত্য পিঠি ৭৪।

| পিঠি/শাৰী | আছে | হ'ব |
|---|---|---|
| ১৩৫।২১ | মায়াবৰল | মায়াক বল |
| ১৩৬।৪ | আলেচনা | আলোচনী |
| ১৩৭।২ | নৱবিধী | নৱবিধা |
| ১৫২।৩০ | ৰামৰণী | ৰামায়ণী |
| ১৫১।২৯ | ভাবানুগমী | ভাবানুগামী |
| ১৬০।২ | মেধী | মেধি |
| ১৬১।৪ | হৰিশচন্দ্ৰ | হৰিচন্দ্ৰ |
| ১৫ | কৰ | কৰে |
| ২১ | হৰিশচন্দ্ৰ | হৰিচন্দ্ৰ |
| ১৬৩।১৬ | বসন্ত | বসন্ত |
| ১৬৫।১১ | শাদূল | শাৰ্দুল |
| ২৯ | হৰিশচন্দ্ৰ | হৰিচন্দ্ৰ |

| পিঠি/শাৰী | আছে | হ'ব |
|---|---|---|
| ১৬৬।১৯ | বলো | বালো |
| ১৬৭।১৮ | শখচূড় | শংখচূড় |
| ১৬৮।২৮ | ১৪, ১৫ | ১৫, ১৬ |
| ২৯ | হৰিশচন্দ্ৰ | হৰিচন্দ্ৰ |
| ৩৩ | × | ১৬নং পাদটীকা চাওক |
| ১৬৯।১ | ৰোত্ৰ | স্তোত্ৰ |
| ২১ | × × | চন্দ্ৰ মহন্ত |
| ৩০ | X | স্বৰ্ণ খণ্ড |
| ১৭০।২৬ | (২১) | , |
| ২৭ | (২২) | (২১) |

## ॥ অভিমত ॥

### ॥ ঊনবিংশ শতাব্দীৰ তেজপুৰ অঞ্চল ॥

শ্ৰীনাৰায়ণ দাসে শোণিতপুৰ ( তেজপুৰ ) অঞ্চলৰ আঞ্চলিক পৰিচয় ইতিহাস আদি বিভিন্ন দিশৰ কথা ভাঙি ধৰিবলৈ প্ৰয়াস কৰিছে আৰু এই বিষয়ে তেওঁৰ কেইবাটিও ৰচনা আমাৰ চকুত পৰিছে। বিভিন্ন তথ্য সম্বলিত এই পুস্তিকাখনিত ঊনবিংশ শতাব্দীৰ তেজপুৰ অঞ্চলৰ কথা ভাঙি ধৰিবলৈ গৈ লেখকে ভালেমান কথা সামৰিছে আৰু বিভিন্ন তথ্য পাতি আৰু গ্ৰন্থৰ আশ্ৰয় লৈছে। গ্ৰন্থখনিৰ তথ্য পাতি আদি পাঠকৰ কামত আহিব। মাটিজৰীপ চাহখেতি, শিক্ষাব্যৱস্থা আদি তেজপুৰ তথা দৰং জিলাৰ বহুত কথাই ইয়াত তুলি ধৰা হৈছে। —আমাৰ প্ৰতিনিধি ( ১৮ বছৰ পঞ্চমসংখ্যা )

### ॥ পাঠ সমীক্ষাৰ ভূমিকা ॥

একো নথকাত এই সকল পুথিখনিয়েই মানুহক পাঠ সমীক্ষা বোলা নতুন বিষয়টোৰ অন্তৰঙ্গ চিনাকি এটা দিব পাৰিব। —ড° মহেশ্বৰ নেওগ ( ২২-৬-৭৮ ), এই বিষয়ৰ ছাত্ৰ-ছাত্ৰী আৰু অনুসন্ধিৎসু লোক পুথিখনিৰদ্বাৰা যে উপকৃত হ'ব তাত সন্দেহ নাই। —দৈনিক অসম ( ২ জুন ১৯৭৮ ), পাঠ সমীক্ষা পদ্ধতিৰে ইতিপূৰ্বে অসমীয়া গ্ৰন্থ সম্পাদিত হৈছে যদিও এই গ্ৰন্থখনিহে পাঠ সমীক্ষা সম্পৰ্কীয় অসমীয়া ভাষাৰ প্ৰথম পুথি। পাঠ সমীক্ষা সম্পৰ্কত অসমীয়া ভাষাত বৰবেছি আলোচনা হোৱা নাই। এই সকল গ্ৰন্থখনিত লেখকে পাঠ সমীক্ষাৰ গুণ প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যত পাঠ সমীক্ষা পদ্ধতিৰ প্ৰয়োগ, পুথিত ভুল সোমোৱাৰ কাৰণ গ্ৰহণ-বৰ্জন সন্দেহ পৰিবৰ্তন আদিৰদ্বাৰা পাঠ শোধনৰ প্ৰচেষ্টা ইত্যাদি পাঠ সমীক্ষা সম্পৰ্কীয় প্ৰয়োজনীয় সকলোকথাৰে চমু আলচ কৰিছে। এই দিশৰপৰা উৎসাহী পাঠকে গ্ৰন্থখনৰ পাঠ সমীক্ষা সম্পৰ্কীয় ভালেমান কথাৰ সন্ধান পাব। —অসম সাহিত্য সভা পত্ৰিকা, পঞ্চত্ৰিংশ বছৰ চতুৰ্থ সংখ্যা, এই পুথিখনে আমাৰ এটি ডাঙৰ অভাৱ পূৰণ কৰাৰ লগতে পাঠ সমীক্ষাৰ ক্ষেত্ৰত বিস্তৃত আলোচনাৰ পথো মুকলি কৰি দিলে। অসমীয়া ভাষা আৰু ইয়াৰ প্ৰাচীন সাহিত্যৰ অনুৰাগী সকলৰ বাবে এই পুথিখনে যে মহৎ উপকাৰ সাধিব তাক কোৱা বাহুল্য মাত্ৰ। —শ্ৰীধৰ্মদাস চৌধাৰী ( ১৮-৯-৭৮ )